১৯৩৫ ৰ প্ৰতিযোগিতাৰ চন্দ্ৰধৰ বৰুৱা সোঁৱৰণি বটা পোৱা,
নৰ্মাল শেষ পৰীক্ষা আৰু কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ
আই-এৰ ওথ অসমীয়া আৰু এম-এ আদি পৰীক্ষাৰ বাবে নিৰ্বাচিত

# অসমীয়া সাহিত্যৰ বুৰঞ্জী

—প্ৰাচীন, মধ্য, আধুনিক—

আৰু

১৯৪০ ৰ প্ৰতিযোগিতাৰ আৰু চন্দ্ৰধৰ বৰুৱা সোঁৱৰণি বটা পোৱা

# অসমীয়া কথা-প্ৰতিভা

—বৈষ্ণৱ, বুৰঞ্জী, বিজ্ঞান, বৰ্ত্তমান—

শ্ৰীডিম্বেশ্বৰ নেওগ
এম্-এ, বি-এছ-ছি, বি-টি
প্ৰণীত আৰু প্ৰকাশিত

১ম সংস্কৰণ—আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী—১৯৩৭
২য় সংস্কৰণ—অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি—১৯৪১
নতুন সংস্কৰণ—সৰ্বস্বত্ব সংৰক্ষিত—১৯৫০

গুৱনী পজা, যোৰহাট, অসম

যোৰহাট বাতৰি প্ৰেছত মুদ্ৰিত

বেচ ২৲ হুটকা

# তৃতীয় তাঙৰণৰ আগকথা

আমাৰ আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি দুইখনৰেই প্ৰথম তাঙৰণ কেতিয়াবাই শেষ হল, তাৰ বাবে আদৰ কৰোঁতাসকলৰ আন্তৰিক শলাগ লৈছো। চেপাকলৰ মহাৰ্ঘ আৰু তুলাপাতৰ আটক দুগুচাৰ বাবে দুইখনৰে দ্বিতীয় তাঙৰণ বেলেগে উলিওৱা সম্ভৱ নোহোৱাত দুইখন একেলগ কৰি এই নতুন তাঙৰণ উলিওৱা হল, আৰু ইও পুনৰ ৰাইজৰ সমাদৰ লভিব বুলি আশা কৰিলো। বৰ্ত্তমান পুথিৰ কলেৱৰ অযথা নাবাঢ়ক বুলি মূল কথাখিনি ইয়াত সৰল আৰু প্ৰাঞ্জল ভাৱে দাঙি ধৰিবলৈ চোৱা হৈছে আৰু নতুন অনুসন্ধানৰ ফলস্বৰূপে কিছুমান পুৰণি মত সলনি কৰি নতুন মত আৰু কথা যোগ দিয়া হৈছে। অসমীয়া কথা-প্ৰতিভা ভাগটোত অসমীয়া গদ্য সাহিত্যৰ ক্ৰমবিকাশ দেখুৱাবলৈ চোৱা হৈছে আৰু অসমীয়া পদ্য সাহিত্যৰ বিৱৰ্ত্তন পৰীক্ষা কৰিবৰ বাবে আমাৰ অসমীয়া কাব্য-প্ৰতিভা পৰিবৰ্দ্ধিত সংস্কৰণলৈ ( ১৯৪৯ খৃঃ ) আঙুলিওৱা হৈছে। স্বৰূপতে চন্দ্ৰধৰ বৰুৱা সোঁৱৰণি পুঁজিৰ প্ৰতিযোগিতা পুৰস্কাৰ পোৱা আমাৰ এই তিনিওখনি পুথি পৰস্পৰ সম্পূৰক আৰু তিনিওখনি মিলি অসমীয়া সাহিত্যৰ বুৰঞ্জী সম্পূৰ্ণ হৈছে বুলিব পাৰি। অৱশ্যে আমাৰ ইংৰাজীত লিখা অসমীয়া সাহিত্যৰ বহল বুৰঞ্জী আৰু তাৰ হিন্দী ভাঙনিত অনা-অসমীয়া পঢ়ুৱৈ সমাজৰ বাবে তিনিও বিষয় একেঠাই কৰা হৈছে। অসমীয়া পঢ়ুৱৈৰ বাবে আমাৰ অসমীয়া সাহিত্যৰ জিলিঙনি আৰু অসমীয়া সাহিত্যৰ জেউতি, আৰু অসমীয়া ভাষা-তত্ত্বৰ সম্পৰ্কে অসমীয়া ভাষাৰ বুৰঞ্জীৰ চিনাকি আৰু অসমীয়া লিপিৰ বুৰঞ্জীৰ কাহিনী বিশেষ সহায়ক হব পাৰে বুলি আশা কৰো।

গুৰনী পথা, যোৰহাট ⎫
চ'ত ১৮৭১ শক। ⎭ শ্ৰীডিম্বেশ্বৰ নেওগ



## Expert Opinions on the History

1. **Dr. Suniti Kumar Chatterji** M. A., D. Lit, ( London ), F. R. A. S. B., Khaira Professor of Indian Linguistics and Phonetics and Head of the Department of Comparative Philology in the University of Calcutta, writes. :—"Mr. Dimbeswar Neog of Jorhat is a versatile scholar of Assam who is a student of science, a poet, an educationist and a historian of the literature and culture of his province, all in one. His studies in Assamese literature have been very fruitful : his MAGNUM OPUS running upto several hundred pages ( which we hope it will be possible to publish soon ) will form one of the most comprehensive histories of the literature of a Modern Indian Language attempted so far." Calcutta, 25 June, 1948.

2. **Tripitakacarya Dr. Benimadhav Barua** M. A., D. Lit (London), F. R. A. S. B., Professor of Pali, and Lecturer, Sanskrit and Ancient India History and Culture, in the University of Calcutta, writes :— "Given facilities, Mr Neog is one of those erudite Assamese scholars from whom the world may expect many more scholarly productions of permanent value."

3. **The Times of Assam. May 7, 1938,** writes— "The author is wellknown in the field of Assamese literature. Indeed he is one of the best and most promising living Assamese writers. He has established his reputation by several highly

appreciated literary productions both in prose and verse. The publication under notice is a fit complement to his KAVYA PRATIVA and a valuable contribution to the stock of Assamese literature. The author has handled the subject very ably; every phase of literary development is brought into light in a chronological order··· Needless to say that the publication will be found very valuable by all students of Assamese literature."

**4. The Assam Tribune, February, 1943, writes-**

"Mr. Neog has done a distinct service in the cause of Assamese literature by compiling this very valuable book···The author has been able to present us with a fairly exhaustive critical account of "the literary tendencies, currents and cross-currents of different epochs of Assamese literature into which it has been divided." He has differed on many points from many of his predecessors in the literary research field, in the light of more modern research and maturer judgment. The attention of the scholars is drawn to this important fact···We congratulate the author on this commendable achievement and heartily recomend the book to all linguistic scholars, literary men and students, Assamese and foreign."

**5. শ্রীসুধাংশুকুমার রায়চৌধুরী**, "বৰ্ত্তমান," মাঘ, ১৩৫৫, কলিকাতা-

"বৰ্ত্তমান আলোচ্য পুস্তকখানি অসমীয়া সাহিত্যের ইতিহাস ··· চৰ্য্যাপদ অসমীয়া সাহিত্যের প্রথম রচনা। ··· শ্রীকৃষ্ণ কীৰ্ত্তনের "যে বোল বুলিলো মনে নধৰিলে, উলটিয়া দিলো পিঠি" শব্দগুলি অতি পুরাতন অসমীয়া ভাষা।···বন্ধুবর নেওগ মহাশয়ের সহিত অল্প পরিচিত ও অসমীয়া সাহিত্য সম্বন্ধে অল্প জ্ঞান থাকিলেও বাংলা সাহিত্যের প্রতিবেশী সাহিত্য জ্ঞানে এই বইখানির বিস্তৃত আলোচনা করিলাম। ······, লেখক একজন কবি, এবং অসমীয়া সাহিত্যে ৫২ খানি বই লিখিয়া স্বনামধন্য হইয়াছেন।"



বৰ্ত্তমান অসমীয়া সাহিত্যৰ অধিনায়ক
শ্রীযুত লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ কৰকমলত—

······আপুনি যোৱা ছকুৰি বছৰৰ আগৰে পৰা অসমীয়া সাহিত্যৰ মুকুট-নিপিন্ধা সম্রাট। ···আপোনাৰ মৌ-বৰষা আৰু শক্তিশালী লিখনিয়েই এদিন এই অভাজনক, কি নজনা মন্ত্ৰৰ বলেৰে জানো, আশা আৰু প্রত্যয় দি সাহিত্য-ক্ষেত্রলৈ নমাইছিল। ···আনন্দ ঢুকনে যি ধৰ্ম্মযুদ্ধৰ পাঞ্চজন্য বজালে, গুণাভিৰাম আৰু হেমচন্দ্রই যি জয়যাত্রা আৰম্ভ কৰিলে, সেই সকলো গৌৰৱমণ্ডিত হৈছে আপোনাৰ হাতত। বৰ্ত্তমানেও আন্ধাৰ বেমেজালিৰ মাজত পোহৰৰ বাতৰি বিলাওঁতা আপুনি; ···দেশ-মাতৃৰ মঙ্গল যজ্ঞৰ অতি আদৰৰ হোতা আপুনি। কবি, কথা-শিল্পী, নাট্যকাৰ, ঔপন্যাসিক, চুটিসাধু-লেখক, সম্পাদক, সমালোচক, অধিনায়ক,—আপোনাৰ লথিমী হাতৰ শ্রেষ্ঠ চিন নাই, অসমীয়া সাহিত্যৰ এনে এটি চুক বিচাৰি পোৱা টান; কিন্তু বিশেষ নামেৰে কব নোৱৰা এই সাহিত্যৰ কেইবাটাও অঙ্গ আপুনি পুৰঠ কৰিছে। পুৰণি সাধু সাহিত্য আৰু ভাৰতীয় প্রাদেশিক সাহিত্যত অনুপম অসমীয়া বৈষ্ণৱ সাহিত্যৰ বিপুল ৰত্ন-ভৰালৰ পবিত্র "দুৱাৰমেল" মন্ত্ৰ পোনতে উচ্চাৰিছিল আপুনি। ইমানেই নহয়, বৰ্ত্তমান যুগত অসমীয়া গীত-মাত, ধৰ্ম্ম-কৰ্ম্ম, ভাষা-সাহিত্য সকলোতে নতুন জীৱনৰ এছাটি পোহৰ পেলাই সদৌ জাতিক এক নতুন গতি-শক্তি দানি আটাইৰে শিৰায় শিৰায় এটুপি তপত তেজৰ নতুন নাচোন তুলিছে আপুনি। ···আপোনাৰ সকলো গুণৰ আভাস যাচিবৰ উপযোগী স্থান ই নহয়; তাৰ যোগ্য পাত্রও মই নহব পাৰো; আৰু তাৰ উপযুক্ত কালো এতিয়াও সম্ভৱ নৌ। তথাপি গুণ-মুগ্ধতাৰ সামান্য চিন বুলি, আপোনাৰ দৰে মহৎসকলৰ কীৰ্ত্তি-কাহিনীৰ এই গ্রন্থখনিকে আপোনাৰ স্নেহৰ অনুমতি অনুসাৰে আন্তৰিক শ্রদ্ধা আৰু তৰ্পণেৰে আপোনাৰ কৰ-কমলত ভক্তি-উপহাৰ দিলো, সাদৰে গ্রহণ কৰে যেন। ইতি—

| | |
|---|---|
| গুৱনী পজা, যোৰহাট<br>১ আষাঢ়, ১৮৫৯ শক | আপোনাৰ স্নেহ-অৰনত<br>শ্রীডিম্বেশ্বৰ নেওগ |

## অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ সূচী







## অসমীয়া কথা-প্ৰতিভাৰ সূচী

# অসমীয়া সাহিত্যৰ বুৰঞ্জী

## প্রথম অধ্যায়—আদি যুগ ( ৬০০-১২০০ খৃঃ )

ৰাজনৈতিক বুৰঞ্জী :—য়ুৱান্ চোৱাঙৰ ভ্রমণ-বৃত্তান্ত, বাণভট্টৰ হর্ষচৰিত আৰু স্থানীয় শাসন-মালাৰ পৰা কুমাৰ ভাস্কৰ বর্মাই সপ্তম শতিকাৰ আগছোৱাত কামৰূপত ৰাজত্ব কৰা কথা আমি সঠিককৈ জানিব পাৰো। চীন ইতিহাসত কুমাৰক পূব-ভাৰতৰ ৰজা বোলা আৰু ঘাইকৈ তেওঁ বঙ্গৰ ৰাজধানী কর্ণসুৱর্ণৰপৰা মাটিদান কৰা নিধনপুৰ তাম্রলিপি আদিৰ পৰা, সেই কালত কামৰূপ ৰাজ্যই গোটেই পূব-ভাৰত সাবটিছিল বুলি বুজিব পাৰি। ভাস্কৰেই বর্মন বংশৰ শেষ ৰজা। তেওঁৰ পাছত ম্লেচ্ছাধিনাথ শালস্তম্ভ আৰু তেওঁৰ ফৈদৰ আন কুৰিজন ৰজাই ৰাজত্ব কৰে। এই শাৰীৰ একবিংশ ৰজা ত্যাগসিংহৰ পাছত, দশম শতিকাৰ মাজভাগ মানত ৰজা ব্রহ্মপালৰ সৈতে কামৰূপত পাল বংশৰ ৰাজত্ব আৰম্ভ হয়; সম্ভৱ, দ্বাদশ শতিকাৰ আগভাগত ৰাজত্ব কৰা ধর্মপালেই এই বংশৰ শেষ ৰজা। নেপালৰ ৰজা জয়দেৱৰ ৭৪৮ খৃঃৰ শিলালিপিৰপৰা শালস্তম্ভৰ ফৈদৰ কামৰূপৰ ৰজা শ্রীহর্ষই বঙ্গ, বিহাৰ, উড়িষ্যা আৰু গঞ্জামো শাসন কৰিছিল বুলি বুজিব পাৰি। পাল ৰজাসকলৰ দিনতো কামৰূপ পূব-ভাৰতৰ এক ডাঙৰ অংশই আছিল যেন বোধ হয়। এই ৰাজ্যৰ অতি পুৰণি নাম প্রাগজ্যোতিষ আৰু ৰাজধানী প্রাগজ্যোতিষপুৰ বর্ত্তমান গুৱাহাটীয়েই বুলি ধৰিব পাৰি। তাৰ পাছত এই ৰাজ্যৰ নাম কামৰূপ হয় আৰু ৰাজধানী গোনতে হাৰুপ্পেশ্বৰলৈ ( বর্ত্তমান তেজপুৰৰ ওচৰত ), তাৰ পাছত দুর্জ্জয়ালৈ ( সম্ভৱ বর্ত্তমান নগাঁৱৰ ভিতৰত ), আৰু শেষত কামৰূপ নগৰলৈ ( কমতাপুৰ ) তুলি অনা হয়।

**সামাজিক বুৰঞ্জী :**—বাণভট্টৰ হৰ্ষচৰিত আৰু নিধনপুৰ শাসনৰপৰা ৰজা ভাস্কৰবৰ্ম্মা শৈৱ আছিল বুলি আমি বঢ়িয়াকৈ জানিব পাৰো। য়ুৱান্ চোৱাঙৰ ভ্ৰমণ-বৃত্তান্তৰ পৰা, কুমাৰ নিজে হিন্দু হলেও, কামৰূপ ৰাজ্য দেৱ-দেৱীৰ মন্দিৰেৰে ভৰি থাকিলেও, ইয়াত কোনো বৌদ্ধ মঠ-মন্দিৰ স্থাপিত নহলেও, বৌদ্ধ ধৰ্ম্মই ইয়াত ভুমুকি মাৰিছিল আৰু ৰজা এই ধৰ্ম্মৰ লোকসকলৰ প্ৰতি সহানুভূতি-সম্পন্ন আছিল বুলি সহজে বুজিব পাৰি। ভাস্কৰ বৰ্ম্মাৰ দৰে তেওঁৰ পাছত শালস্তম্ভৰ ফৈদৰ একৈশ জন ৰজা আৰু ব্ৰহ্মপাল আদি পালবংশী ৰজাসকলে তেওঁলোকৰ শেষ ৰজা, দ্বাদশ শতিকাৰ ধৰ্ম্মপাললৈকে, যেনেকৈ বৰাহ-পৃথিৱী-সম্ভূত নৰক ৰজাৰ বংশীয় বুলি দাবী কৰিছিল, আৰু একাদিক্ৰমে সকলো ৰজাই একে হাতীৰ মোহৰ ব্যৱহাৰ কৰিছিল; তেনেকৈ তিনিও ফৈদৰ ৰজাসকলৰ তাম্ৰ শাসনবোৰত নিয়মিতভাৱে শিৱৰ বন্দনাকে মুখ্যভাৱে, আৰু শিৱৰ লগত পাৰ্ব্বতী, পৃথিৱী আৰু বৌদ্ধ ত্ৰিৰত্নৰ "ধৰ্ম্ম" আদিৰ উল্লেখ পোৱা হয়। কেৱল ধৰ্মপালৰ তিনিখনৰ প্ৰথম দুখনত শিৱৰ পাছত বিষ্ণুৰ, আৰু শেষৰ খনত পোনতে আৰু প্ৰধানতে বিষ্ণুৰ বন্দনা পোৱা হয়। তদুপৰি ইন্দ্ৰপালৰ দ্বিতীয় তাম্ৰ শাসনত নিয়মিতভাৱে পোনতে আৰু প্ৰধানতে শিৱৰ বন্দনাই থাকিলেও তাৰ মুকলি ফলিত গৰুড় আৰু শঙ্খ-চক্ৰ গদা-পদ্মৰ চিত্ৰ আছে; তাৰ পৰা বুজিব পাৰি যে ৰজা শৈৱ হলেও লিপিকাৰজন বৈষ্ণৱ। এইদৰেই এই কাল চোৱাৰ কামৰূপৰ সামাজিক বুৰঞ্জীত শৈৱ, শাক্ত, বৌদ্ধ আৰু বৈষ্ণৱ ধৰ্মৰ ফেৰিয়া-ফেৰি, অৰিয়া-অৰি আৰু সানমিহলিৰ বুৰঞ্জীৰ এটি আভাস পাওঁইক। পুৰণি অসমত যথাক্ৰমে দশম আৰু পঞ্চদশ শতিকাত লিখা বুলি অনুমান কৰা সংস্কৃত গ্ৰন্থ কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ, ত্ৰয়োদশ শতিকাৰ আগ ভাগত অহা আহোমসকলৰ বুৰঞ্জী আৰু মুছলমান লেখকৰ আইন্-ই-আকবৰি আদি পুথিতো ইয়াৰ সম্ভেদ পোৱা হয়।



**ভাষাৰ বুৰঞ্জী :**—য়ুৱান্ চোৱাঙে কামৰূপৰ সেই কালৰ ভাষা মধ্যভাৰতৰ ভাষাৰ পৰা অলপ পৃথক বুলিছে। এই পাৰ্থক্যৰ প্ৰমাণ আমি পোনতে সপ্তম শতিকাৰ আগভাগৰ পৰা দ্বাদশ শতিকাৰ আগ ভাগলৈকে দান কৰা পুৰণি তাম্ৰ শাসনবোৰৰ পৰা আওপাকে হলেও পাব পাৰো। এই শাসনবোৰৰ ভাষা সংস্কৃত, কিন্তু পণ্ডিত বা লিপিকাৰসকলৰ অনাৱধানতাৰ ভিতৰেদি তেওঁলোকৰ অজ্ঞাতসাৰে সেই কালৰ স্থানীয় প্ৰাকৃতৰ প্ৰভাৱ তাত পৰিছিল। ভাৰতীয় অষ্টাদশ প্ৰাকৃতৰ ভিতৰত আমি এই কামৰূপীয় প্ৰাকৃতৰ নিদৰ্শন দেখা নাপাওঁইক। দুৰ্ভাগ্যক্ৰমে এই কামৰূপীয় প্ৰাকৃতৰ প্ৰভাৱবোৰকে 'কামৰূপ শাসনাৱলী'ৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যই লিপিকাৰৰ প্ৰমাদ বুলি শাসনবোৰৰ পাঠ 'শুধৰাই' গৈছিল; কিন্তু সৌভাগ্যক্ৰমে পাদটোকাত তেওঁ সেইবোৰৰ উল্লেখ কৰি থৈছিল। ত্ৰিপিটকাচাৰ্য্য ডক্টৰ বেণীমাধৱ বৰুৱাই 'ইণ্ডিয়ান হিষ্টৰিকেল্ কোৱাৰ্টাৰ্লী' (চেপ্তেম্বৰ, ১৯৪৭) কাকতত সেইবোৰ আলোচনা কৰি তাৰ পৰা কামৰূপী প্ৰাকৃতৰ সঙ্কেত দিছে। তাৰ বাহিৰে বৌদ্ধ গান আৰু দোহাবোৰত আমি সেই কালৰ কামৰূপৰ ভাষাৰ আভাস পাব পাৰোঁইক। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে তেওঁৰ 'বৌদ্ধ গান ও দোহা' গ্ৰন্থত আৰু ত্ৰিপিটকাচাৰ্য্য ৰাহুল সাংকৃত্যায়নে তেওঁৰ 'পুৰাতত্ত্ব নিবন্ধাৱলী' পুথিত এই গানবোৰৰ ভাব, ভাষা আৰু লেখকৰ সম্পৰ্কে আলোচনা কৰিছে। অসমীয়াৰ ফালৰ পৰা চৰ্চ্চা কৰিলে এই বৌদ্ধ গান আৰু দোহাবোৰত যথেষ্ট অসমীয়া প্ৰভাৱ আৰু ভালেখিনি অসমীয়া লেখকৰ ৰচনা পোৱা হয়।

**মৌখিক জনসাহিত্য :**—আদিম অৱস্থাত অন্ততঃ, সাহিত্য কোনো শিক্ষামূলক অনুষ্ঠানৰ উৎপন্ন নহয় ; কিয়নো তেনে কোনো অনুষ্ঠানৰ উদ্ভৱ হোৱাৰ বহুত আগতেই সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ ফল-ফুল ৰূপে ইয়াৰ জন্ম হয়। ইফালে, শিশুৱে যেনেকৈ খোজ কঢ়াতকৈ নাচিবলৈ আৰু কথা কোৱাতকৈ গান গাবলৈ সহজ পায়, প্ৰত্যেক জাতিয়েও সেইদৰে নিজ শৈশৱ কালত সঙ্গীতপ্ৰিয় বা কবিতাময় জাতি ৰূপেই নিজৰ চিনাকি দিয়ে। গতিকে জগতৰ আন আন জাতিৰ দৰেই অসমীয়াও আদিতে কবিতাময়, আৰু অসমীয়া প্ৰথম সাহিত্য মৌখিক জন-কবিতা। কিন্তু সেই আদিম সাহিত্য অলিখিত থাকেই যুগে যুগে মুখে মুখে বাগৰি অহা সেই গীত সাধুবোৰৰ মূল গঢ় আমি আজি প্ৰকৃততে নাপাওঁ। সাহিত্যৰ আত্মা ভাব, শৰীৰ ভাষা ; গতিকে শৰীৰ নহলেও আত্মাৰ প্ৰতিধ্বনি বা ভাব ৰূপত কিছুমান চহা গীত-সাধুত আমি সেই আদিম অৱস্থাৰ সাহিত্যৰ যৎসামান্য আভাস পাওঁইক। কিন্তু শ শ বছৰৰ ভিতৰেদি সেই প্ৰতিধ্বনি ইমান খীণ হৈ আহিছে বা নতুন শৰীৰত সেই আত্মাই এনেকৈ লুকালুকি কৰিব পাৰে যে তাক এনেয়ে আনৰ মাজত চিনি উলিওৱা টান। তথাপি সেইবোৰ বিচাৰিবৰ এটি সহজ উপায় আছে ; অতি আদিম অৱস্থাত মানুহৰ লগত প্ৰকৃতিৰ সম্পৰ্ক অতি অন্তৰঙ্গ, আৰু যিবিলাক ধাই নাম আৰু সাধুত প্ৰকৃতিৰ পুৰাণৰ নিচিনা এনে কল্পনা পাওঁইক, সেইবোৰ নাম আৰু সাধুৱে জন্ম অতি পুৰণি বুলি আমি অনুমান কৰিব পাৰো। 'ওৰণি সখী মৰি গল, বগে বৰত কৰে ; লুইত ফেনা. মহ মেনা ; গছ নিপাতী, ৰূপৌ কণা।'—এনেবোৰ এই শ্ৰেণীৰ অসমীয়া সাধু সেই কালত উৎপন্ন হোৱাসম্ভৱপৰ। এনে কিছুমানৰ বাহিৰে ধাই নাম, আই নাম, বিয়া নাম, গৰখীয়া নাম আদি সৰহখিনিয়েই যে বৈষ্ণৱ যুগৰ পাছৰ, 'নাম' শব্দই তাৰ অলপ সঙ্কেত যাচে।



**মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত :**—"শঙ্কলদেৱ ৰজাৰে পুতেক মণিকোঁৱৰ, কোলাতে খতি-খুন নাই।" বুলি আৰম্ভ হোৱা মণিকোঁৱৰৰ গীতৰ "শঙ্কলদেৱ", অমৰ পাৰস্যিক কবি ফিৰদৌছীৰ শ্বাহনামা আৰু কাছিম ফেৰিষ্টাৰ পাৰস্যৰ ইতিহাসত উল্লিখিত পুৰণি কামৰূপৰ ৰজা শঙ্কলাদিৱ বুলি ভাবিবৰ কেইবাটিও কাৰণ আছে, যদিও অজ্ঞতাবশতঃ কোনো কোনোৱে এই গীতৰ "শঙ্কলদেৱ"ক ভুলকৈ "শঙ্কৰদেৱ" বা কোনোৱে "শঙ্খদেৱ" বোলে আৰু যদিও তেনে নামৰ কোনো মূল্য নাই। উক্ত ইতিহাস অনুসাৰে শঙ্কলদেৱে উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণ ৰজাক পৰাস্ত কৰে, কিন্তু ভাটিৰ ৰংপুৰৰ ঘোৰাঘাট পৰ্বতৰ ওচৰত চাৰিলাখ পদাতিক, এলাখ অশ্বাৰোহী আৰু চাৰি হাজাৰ গজাৰোহী সৈন্য লৈ আক্ৰমিয়াবৰ (পাৰস্য-বিজেতা) দুৰ্জ্জয় সৈন্যবাহিনীৰ লগত মহাপৰাক্ৰমেৰে যুজি শেষত পাৰস্যৰ হাৰকুলিচ ৰুস্তমৰ হাতত প্ৰাণ এৰে। গীতটিৰ মতে শঙ্কলাদিৱৰ পুতেক মণিকোঁৱৰ। যদিও এই গীতকেইটিয়ে অকল বৈষ্ণৱ যুগৰ ভিতৰেদিয়েই নহয় আহোমৰ ৰাজত্বৰো পোহ পাইহে বৰ্ত্তমান আমাৰ হাতলৈ আহিছে নিশ্চয়, তথাপি গীতকেইটিৰ কল্পনাত প্ৰকৃতিৰ লগত যি অন্তৰঙ্গ সম্পৰ্কৰ প্ৰমাণ পোৱা হয়, তাৰপৰাও ইইতৰ উৎপত্তি অতি পুৰণি কালত বুলি ভাবিবলৈ আমি বাধ্য হওঁ। ফেৰিষ্টাৰ ইতিহাস মতে শঙ্কলাদিৱেই বিখ্যাত গৌড় নগৰ প্ৰতিষ্ঠাতা, আৰু ত্ৰয়োদশ শতিকাত মুছলমান আক্ৰমণকাৰী আহি তুন্দালৈ তুলি নিনিয়াৰ্লৈকে দুই হাজাৰ বছৰ গৌড়েই সেই দেশৰ ৰাজধানী আছিল। তেতিয়া হলে গৌড় প্ৰতিষ্ঠাৰ কাল খৃঃ পূঃ ৭০০ বছৰমান হয়, আৰু সেই কালতে ৰুস্তমৰ মৃত্যু হয় বুলি আমি জানিবলৈ পাওঁ। এই গীতকেইটি সেই কালত ৰচনা নোৱাৰিলেও, অসমীয়া ভাষাৰ পাতনিৰ সময়তে ইইতৰ জন্ম বুলি আমি সাধাৰণভাৱে ঠাৱৰাব পাৰো।

**বৌদ্ধ ধৰ্ম্ম সাহিত্য—চৰ্য্যাপদ :**—য়ুয়ান্ চোৱাঙৰ টোকা আৰু ভাস্কৰ বৰ্মাৰ নিজ নিধনপুৰ শাসনৰপৰা পোৱা পুৰণি অসমত বৌদ্ধধৰ্মৰ প্ৰভাৱ আৰু এক কামৰূপী প্ৰাকৃতৰ সঙ্কেত আগতে দি অহা হৈছে; এই দুই সত্যৰ সমাবেশ দেখা পাওঁহক বৌদ্ধগান চৰ্য্যাপদ আৰু দোহাবিলাকত। বনফুলৰ দৰে ফুলি উঠা বৈষয়িক মৌখিক জন-সাহিত্যৰ পাচতে ধৰ্মমূলক এই লিখিত ৰচনাবোৰ আমি জয়ে জয়ে লগ পাওঁ, কিয়নো মানুহ জাতিৰ সামাজিক আৰু শিক্ষামূলক অনুষ্ঠানৰ ভিতৰত ধৰ্মই প্ৰথম আৰু প্ৰধান। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়েই পোনতে এই গীতবোৰ গোটাই "এহেজাৰ বছৰৰ আগৰ বঙলা ভাষাৰ চানেকি" বুলি "বৌদ্ধগান ও দোহা" নামে এইবোৰ ছপাই উলিয়ায়। তাৰ ভালেমান বছৰৰ পাছত ত্ৰিপিটকাচাৰ্য্য ৰাহুল সাঙ্কৃত্যায়নেও দোহা আৰু চৰ্য্যাবোৰ গোটায় আৰু তেওঁৰ "পুৰাতত্ত্ব নিবন্ধাৱলী"ত সেইবোৰ আৰু চৌৰাশী সিদ্ধ সম্পৰ্কে আলোচনা কৰে। মহামহোপাধ্যায় হৰপ্ৰসাদে এইবোৰ বঙলা গীত বুলিছিল, কিয়নো সেই কাললৈকে গোটেই পূৰ-ভাৰতত শঙ্কলাদিৰ ভাস্কৰ বৰ্মা আদিৰ দৰে একেজন ৰজাৰ তলত প্ৰায় একে সভ্যতা, একে সংস্কৃতি আৰু একে ভাষাই চলিছিল; আৰু সেই পূৰ-ভাৰতীয় ভাষা ঘাইকৈ কামৰূপী প্ৰাকৃতৰ অন্তৰ্গত আছিল বুলি ৰূপতত্ত্ব, ধ্বনিতত্ত্ব, ব্যাকৰণ আদি সকলো ফালৰ পৰা বুজিব পাৰি। তদুপৰি প্ৰসিদ্ধ চৌৰাশী সিদ্ধ আৰু গায়ক বৌদ্ধ ভিক্ষুসকলৰ ঘাই আৰু সৰহখিনিয়েই পুৰণি অসমৰ লোক বুলি এতিয়া প্ৰমাণিত হৈছে। সেইসকলৰ ভিতৰত সৰহ পা (সৰোহ বজ্ৰ), লুই পা (লৌহিত্যপাদ), মীন পা, (মৎস্যেন্দ্ৰনাথ), গোৰক্ষ পা, কান পা, সৱৰি পা, ধেন্ ধেন্ পা, ভুসুক পা, নাগাৰ্জুন আদি অনেক প্ৰধান সিদ্ধ-গায়ক আৰু তেওঁলোকৰ চৰ্য্যা পুৰণি অসমীয়া সাহিত্যৰ গৌৰৱৰ মূল। এংলো-ছেক্সন সাহিত্যৰ লগত ইংৰাজী সাহিত্যৰ যি সম্বন্ধ, "সান্ধ্যভাষা"ৰ এই দোহাবোৰৰ লগত অসমীয়া সাহিত্যৰ প্ৰায় তেনে সম্বন্ধ। পণ্ডিত ৰাহুলৰ মতে চৰ্য্যাবোৰ ৮ম—১১শ শতিকাৰ।



**বৌদ্ধ ধৰ্ম্ম সাহিত্য—ডাকৰ বচন :**—ডাকৰ বচনবোৰ স্বৰূপতে মৌখিক জনসাহিত্য আৰু লিখিত বৌদ্ধধৰ্ম সাহিত্য চৰ্য্যা আৰু দোহাবোৰৰ মাজতে। মৌখিক জনসাহিত্যৰ দৰে ইয়াৰ পাৰদৰ অস্থিৰ স্বভাৱ আৰু চৰ্য্যা দোহাবোৰৰ দৰে ইয়াত বৌদ্ধ ধৰ্মৰ সামান্য সাঁচ আছে। এফালে, ডাক নামে কোনো পুৰুষ নাছিল, জন-গণৰ কথাই ডাক, এনে নানাভাৱে ডাকৰ অস্তিত্বত সন্দেহ; ইফালে অসম, বঙ্গ আৰু উড়িষ্যাত ডাকৰ বচনৰ প্ৰচলন থকাত ডাকপুৰুষৰ ওপৰত তিনিও প্ৰদেশৰ দাবী, অসমীয়া ডাক চৰিত মতে ডাক কুমাৰৰ লৰা আৰু বঙালীৰ মতে গোৱালৰ লৰা; এনে নানা ফেৰিয়াফেৰিত ডাকৰ বচনৰ আলোচনা নিশ্চয় জটিল। কিন্তু "লেহিড়ঙৰা ডাকৰ গাঁও।…সেই গাঁৱত উপজিল ডাক।" ডাক-চৰিতৰ এনেবোৰ কথাৰ লগত বৰ্ত্তমান বৰপেটা মহকুমাৰ ৬।৭ মাইল দখিণে থকা লেহি গাঁৱৰ সম্পৰ্ক মিলাই চালে, ডাকক কাল্পনিক পুৰুষ বুলি এৰিবলৈ টান হয়। ডাকৰ জীৱনীৰ দৰে ডাকৰ বচনৰ বৌদ্ধত্বও একেবাৰে জলজলপটপট নহয়; কিন্তু "যেবেসে ধৰ্মক কৰিবা জানি। পুখুৰী খান্দিয়া ৰাখিবা পানী॥ বৃক্ষ ৰোপনত অধিক ধৰ্ম। মঠ-মণ্ডপ শোভন কৰ্ম॥…অন্নজল মহা দান। তাত পৰে ধৰ্ম্ম নাহি আন॥" আদি, অশোকৰ শিলালিপিৰ ভাৱানুবাদ যেনহে লাগে; গতিকে পোনপাকে নহলেও যেনে তেনে ইয়াত বৌদ্ধধৰ্মৰ সাঁচ আছে সন্দেহ নাই। ডাকৰ বচনত জন্মপ্ৰকৰণ, কৃষিলক্ষণ, জ্যোতিষতত্ত্ব আদি তেৰ-চৈধ্য বিভাগ আছে আৰু এই ডাকৰ বচনবোৰ সচাকৈয়ে অসমীয়াই "বেদৰ বাণী"ৰ দৰে চিৰকাল মানি আহিছে। ডাক পুৰুষ নিশ্চয় পূৰ-ভাৰতৰ গৌৰৱৰ চক্ৰেটিছ; আৰু বৰ্ত্তমান প্ৰাদেশিক বিভাগবোৰৰ আগতেই তেওঁ প্ৰকাশ পাইছিল।

**শৈৱ-শাক্ত ধৰ্মসাহিত্য—তন্ত্ৰ-মন্ত্ৰ :**—সপ্তম শতিকাৰ আগ ভাগৰ ভাস্কৰবৰ্মাকে আৰম্ভ কৰি দ্বাদশ শতিকাৰ আগভাগৰ ধৰ্মপালৰ প্ৰথম দুখন তামৰ ফলিলৈকে শাসন প্ৰশস্তিবোৰত থকা শিৱ আৰু পাৰ্বতীৰ বন্দনা আদিৰপৰা সেই কালৰ অসমত শৈৱ আৰু শাক্ত ধৰ্মৰ প্ৰাধান্য বাৰুকৈয়ে থকাৰ গম পাওঁহঁক। খৃষ্টীয় দশম আৰু পঞ্চদশ শতিকাত অসমতে ৰচিত বুলি অনুমান হোৱা যথাক্ৰমে কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ নামৰ সংস্কৃত গ্ৰন্থ দুখনিত শৈৱ-শাক্ত অসমৰ দুখনি বিস্তৃত চিত্ৰ পাওঁহঁক। তাৰ বাহিৰেও ত্ৰয়োদশ শতিকাৰ আগভাগত অহা আহোম আক্ৰমণকাৰী সকলৰ বুৰঞ্জীত আৰু তেওঁলোকৰ আগে-পাছে অসম-জয়ৰ অপচেষ্টা কৰা মুছলমান সকলৰ আইন-ই-আকবৰি আদি গ্ৰন্থত সেই কালৰ অসমত থকা তান্ত্ৰিক ধৰ্মৰ ঘোৰ মূৰ্ত্তি আৰু ব্যভিচাৰৰ আমি যথেষ্ট আভাস পাওঁহঁক। প্ৰাক্‌আহোম যুগৰ কছাৰী, চুতিয়া, বাৰভূঞা আদি ফৈদৰ ৰজা সকলোৱেই ঘোৰ-শাক্ত আছিল। কছাৰীৰ ব্ৰা-ত্ৰি (আৰ্য্য ৰূপত বুঢ়া-বুঢ়ী, হৰপাৰ্বতী), চুতিয়াৰ কেচাইখাতীৰ তাম্ৰেশ্বৰী (বা পূবৰ প্ৰাক্-আৰ্য্য কামাখ্যা), আৰু বাৰভূঞাৰ আই-গোসানী সেই পুৰণি শক্তি পূজাৰ কেন্দ্ৰসমূহ। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত নাৰায়ণপুৰৰ ফুলবাৰীক ঘাই কৰি আই-পূজাৰ কি প্ৰাধান্য আছিল, ৱেডৰ অসম বুৰঞ্জীৰ পৰা বঢ়িয়াকৈ বুজিব পাৰি। তাৰ উপৰিও আই-নামবোৰত ফুলবাৰী, পিছলা, টুনি আদিৰ উল্লেখ সঘনে পোৱা হয়। এই অলৌখিক সাহিত্যৰ বাহিৰেও, সংস্কৃত আৰু অসমীয়াত তন্ত্ৰ-সাহিত্যৰ লেখ তাকৰ নহয়; তন্ত্ৰবোৰ সাধাৰণতে হৰ-পাৰ্বতীৰ কথোপকথনেৰে আৰম্ভ হয়। অসমীয়া মন্ত্ৰ আৰু কৰতি পুথিৰ সংখ্যাও সামান্য নহয়। অসমীয়া মন্ত্ৰ-সাহিত্য এই গঢ়েৰেই অকল পূব-ভাৰততে নহয়, পছিম ভাৰতৰো পঞ্জাবলৈকে প্ৰচলিত বুলি জনা যায়। কিন্তু লিখিত অৱস্থা পোৱাৰ আগতে এই তান্ত্ৰিক সাহিত্য ঘাইকৈ কৰতি পুথিবোৰ বৈষ্ণৱ যুগৰ ভিতৰেদি সৰকিছিল, সন্দেহ নাই; আই-নাম আদিৰ "নাম" শব্দও তাৰ অন্যতম প্ৰমাণ।

---

## ২য় অধ্যায়—প্ৰাক্‌বৈষ্ণৱ যুগ (১১০০-১৪৫০ খৃঃ)

**ৰাজনৈতিক সালসলনি :**—নৰক বংশীয় ৰজাসকলৰ, পুষ্যবৰ্মা, শালস্তম্ভ আৰু ব্ৰহ্মপালৰ পৰিয়ালবোৰৰ ভিতৰেদি, লিপিমূলক প্ৰমাণৰ যোগেদি, ধৰ্মপালৰ ৰাজত্বকে সীমা কৰি আমি দ্বাদশ শতিকাৰ সোঁমাজত ওলাওঁহি। তদুপৰি জয়পাল নামে কামৰূপৰ আৰু এজন ৰজাই তেওঁৰ তুলা-পুৰুষ দানত প্ৰহাস নামৰ পণ্ডিত এজনক ন-শ সোণৰ মোহৰ আৰু এহেজাৰ দোণ ধান পোৱা মাটি দিয়া বুলি শিলিমপুৰ লিপিত উল্লেখ কৰা আছে। লণ্ডনৰ ইণ্ডিয়া অফিচত যতনেৰে ৰখা "ছান্দোগ্য পৰিশিষ্ট-প্ৰকাশ" নামৰ পাণ্ডু-লিপিতো কামৰূপৰ ৰজা জয়পালৰ নাম পোৱা হয়। মহামহোপাধ্যায় পদ্মনাথৰ মতে এই দুই লিপিৰ কাল আৰু সেইদেখি জয়পালৰ ৰাজত্ব দ্বাদশ শতিকাৰ মাজভাগত নিৰ্দিষ্ট কৰিব পাৰি। ইহাতে ষোড়শ শতিকাৰ শঙ্কৰ-চৰিত ৰচয়িতা ৰামচৰণ ঠাকুৰে মুকলিকৈ কৈছে, যেতিয়া ধৰ্মপাল ৰজাই "আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা", "দুৰ্লভ নাৰায়ণ তাৰ বেলেগীয়া ভাই। সিও কতো দিনে ৰাজ্য ভৈলা এক ঠাই॥" কামৰূপৰ ৰজা ধৰ্মপাল আৰু গৌড়ৰ ৰজা দুৰ্লভেশ্বৰৰ ৰাজ্য এইদৰে লগ লগাত কামেশ্বৰ গৌড়েশ্বৰ উপাধি একাৰ্থক হয়। ইয়াৰ পাছৰ এশমান বছৰ পুৰণি অসমৰ বিষয়ে আমি এক আন্ধাৰ বা ধুৰলি-কুঁৱলী যুগলৈ আহোঁ; সম্ভৱ, এই কাল ছোৱাত কামৰূপ ৰাজ্য নানা ৰাজপৰিয়ালৰ মাজত খণ্ড-বিখণ্ড হয়। গুৱাহাটীৰ কানাই বৰশী শিলত কটা 'শক ১১২৮ : শাকে তুৰগযুগ্মেশে মধুমাসত্ৰয়োদশে : কামৰূপম্ সমাগত্য তুৰস্কাঃ ক্ষয়মায়য়ুঃ।"

আদিৰ পৰা ১২০৬ খৃঃৰ ২৭ মাৰ্চ্চ মানত বখতিয়াৰ খিলিজিৰ নেতৃত্বত অসমৰ প্ৰথম আক্ৰমণ, টাবাকোৱাট-ই-নছিৰি মতে ১২২৭ত দ্বিতীয় আৰু ১২৫৭ত তৃতীয় আৰু আলমগিৰনামা অনুসাৰে ১৩৩৭ত চতুৰ্থ মুছলমান আক্ৰমণ হয়; আৰু আটাইবোৰ ঢোপাতে মৰহি যায়। অসমৰ হাবিয়ে-বনে পৰি থকা নানা হিলৈ-বৰটোপৰ ওপৰত কটা লিপিয়েও তাৰ সাক্ষ্য দিয়ে। মুঠতে, ১২২৮ খৃঃত অসম সোমোৱা টাই জাতিৰ কালৰ পৰা আকৌ অসমৰ ধাৰাবাহিক বুৰঞ্জী পাওঁহক।

**ধৰ্ম্মমূলক যুজ-বাগৰ :—** নগাঁৱৰ মিকিৰ পৰ্বতত পোৱা বৰগঙ্গা শিলাপিয়েই, অসমক ভাগৱতী ধৰ্ম সোমোৱাৰ বিষয়ে আটাইতকৈ পুৰণি প্ৰমাণ। এই লিপিত ষষ্ঠ শতিকাৰ আগভাগৰ কামৰূপৰ ৰজা মহাভূতবৰ্ম্মাক তেওঁৰ প্ৰধান মন্ত্ৰী আৰ্য্যগুণে "পৰম ভাগৱত' বুলি অভিহিত কৰিছে। বিশেষকৈ মন কৰিব লগীয়া, ৪০০-৪৬০ খৃঃলৈ ৰাজত্ব কৰা দ্বিতীয় চন্দ্ৰগুপ্ত, কুমাৰ গুপ্ত আৰু স্কন্দগুপ্ত আদি গুপ্ত-সম্ৰাটসকলকো তেওঁলোকৰ মোহৰত ঠিক একেদৰেই 'পৰম ভাগৱত' বোলা হৈছিল। তাৰ পৰা আমি ইয়াকে বুজিব পাৰো, গুপ্ত-ভাস্কৰ্য্য আৰু গুপ্ত-অব্দৰ দৰে এই গুপ্ত ধৰ্ম্ময়ো সুদূৰ ষষ্ঠ শতিকাতে অসমত ভুমুকি মাৰিছিল। যদিও দ্বাদশ শতিকাৰ মাজভাগৰ ধৰ্ম্মপালৰ দ্বিতীয় তাম্ৰলিপিলৈকে কামৰূপ শাসনাৱলী সদায় আমি শিৱৰ বন্দনাত আৰম্ভ হোৱা পাওঁ, আৰু যদিও ধৰ্ম্মপালৰ তৃতীয় শাসনতহে পোনপটীয়াকৈ বিষ্ণুৰ বন্দনাই দেখা দিয়ে, তথাপি সপ্তম শতিকাৰ আগভাগৰ ভাস্কৰবৰ্ম্মাৰ নিধনপুৰ লিপিৰ পৰাই ধৰি বিষ্ণু-সেৱাৰ উন্মেষ সকলো শাসনতেই অনুভৱ কৰিব পৰা হয়। তাৰ পাছত যথাক্ৰমে দশম আৰু পঞ্চদশ শতিকাত পুৰণি অসমত ৰচিত বুলি ধৰা দুখনি ভাৰত-প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ 'কালিকা পুৰাণ' আৰু



'যোগিনীতন্ত্ৰ'ৰ পৰাও আমি স্পষ্টকৈয়ে দেখা পাওঁ যে সেই যুগতে শৈৱ, শাক্ত আৰু তান্ত্ৰিক ধৰ্ম্মৰ ঘোৰ প্ৰাধান্যৰ ভিতৰেদিও বিষ্ণু পূজাই অৱশ্যে ভুমুকিয়াইছিল। তদুপৰি চীন-পৰিব্ৰাজক য়ুৱান চোৱাঙৰ বৃত্তান্তৰ উপৰিও স্বয়ং ভাস্কৰবৰ্ম্মাৰ নিধনপুৰ শাসনৰ পৰা আৰু তিব্বতীয় বৌদ্ধ গ্ৰন্থাৱলীত পোৱা পুৰণি অসমৰ কবিসকলৰ ৰচনা বৌদ্ধ গান আদিৰ পৰা, সেই সকলোবে উপৰি বৌদ্ধ ধৰ্ম্মৰ মহাযান হীনযান আদি বিভিন্ন পন্থাৱলম্বীসকলৰো অসম ক্ৰীড়াভূমি আছিল বুলি বুজিব পাৰি। কালিকা পুৰাণত বৰ্ণোৱা নৰবলিৰ কেন্দ্ৰ পছিমৰ কামাখ্যা আৰু পূবত কেচাইখাতীৰ তাম্ৰেশ্বৰী মন্দিৰৰ বাহিৰেও অনেক আৱৰী জাতিৰ মাজত এতিয়ালৈকে আছে বুলি শুনা হয়। তদুপৰি যথাক্ৰমে ১৩৯২ আৰু ১৪০২ খৃঃত দিয়া দুখন সধয়াপুৰীৰ (সদিয়াৰ ?) ৰজাৰ তামৰ ফলিৰ পৰাও সেই যুগত বৈষ্ণৱধৰ্ম্মই অসমত লাহে লাহে দেখা দিয়াৰ কথা ধৰিব পাৰি।

**সাহিত্যৰ লক্ষণবিলাক :—** ৰাজনীতি আৰু ধৰ্ম্মৰ দৰে এই যুগৰ ভাষা আৰু সাহিত্যতো আমি নানা পৰিবৰ্ত্তনৰ থৰ-বাগৰ দেখা পাওঁহক। এই যুগতে প্ৰাকৃতৰ অৱস্থা এৰি ভাৰতীয় প্ৰাদেশিক ভাষাসমূহে বৰ্ত্তমান গঢ় লয়। পূব ভাৰতত অসমীয়া আৰু বঙলা ভাষায়ো এই যুগৰ শেষ ভাগতহে নিজৰ স্বকীয়া গঢ় লবলৈ ধৰে। সেই কাৰণে অলপলৈকে বঙলা সাহিত্যৰ ভিতৰুৱা বুলি ধৰা বৌদ্ধ গান আৰু দোহাৰ দৰে, শূন্যপুৰাণ, কৃষ্ণকীৰ্ত্তন আৰু গোপীচন্দ্ৰৰ গানকো আমি অসমীয়া সাহিত্যৰ অন্তৰ্গত বুলি ধৰিছো; কিয়নো সেইবোৰত বঙলা ভাষাৰ বৈশিষ্ট্য তেতিয়া ফুটি উঠা নাই, কিন্তু পূব-ভাৰতীয় বা বৃহত্তৰ কামৰূপীয় ভাষাৰ প্ৰাধান্য ভালদৰে ৰক্ষিত হৈছে। সৰহ নালাগে, কবীন্দ্ৰ, সঞ্জয় আৰু অনন্ত কন্দলীৰ দৰে ষোড়শ

শতিকাৰ অসমীয়া কবিসকলক বঙালীয়ে বঙলা বোলা কথাই ইয়াকেহে প্ৰমাণ কৰে যে অসম, বঙ্গ আদি বৰ্ত্তমান ভৌগোলিক প্ৰদেশবোৰ জন্ম হোৱাৰ আগলৈকে অন্ততঃ অসম, বঙ্গ আদি সদৌ পূৰ্ব ভাৰতৰ ভাষামূলক আৰু সাংস্কৃতিক ঐক্য অটুট আছিল। সামাজিক বিষয়ত প্ৰাক্‌খৃষ্টান আৰু উত্তৰ-খৃষ্টান ইংলণ্ডৰ যি প্ৰভেদ, প্ৰাক্‌বৈষ্ণৱ আৰু উত্তৰ-বৈষ্ণৱ অসমৰো তেনে প্ৰভেদ; অৱশ্যে এই প্ৰভেদ শ্ৰীশঙ্কৰদেৱৰ জন্মৰ পাছতহে আৰম্ভ হয়। সাহিত্যত শূন্যপুৰাণে জানিবা এই পৰিবৰ্ত্তনৰ আদি আৰু শ্ৰীকৃষ্ণকীৰ্ত্তনে মাজৰ অৱস্থা সূচাইছে; কিয়নো এনেবোৰ গ্ৰন্থ গঢ়ত ধৰ্ম্মমূলক হলেও, স্বৰূপত বৈষয়িকহে। এই যুগত ৰামায়ণ-মহাভাৰতৰ পদ-ভাঙনি কৰোতা কেইবাজনো কবিক, ৰচনাৰ ভণিতাত পোৱা বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰৰ আভাস অনুসৰি, প্ৰাক্‌বৈষ্ণৱ কবি আখ্যা দিয়া হৈছে যদিও বৈষ্ণৱ যুগৰ ভিতৰেদি সৰকি অহা সেই গ্ৰন্থবোৰৰ সেই ভণিতা-খিনিৰ মৌলিকতাত সন্দেহ কৰিবৰ যথেষ্ট কাৰণো আছে। শ্ৰীশঙ্কৰদেৱ-মাধৱদেৱে মাধৱ কন্দলীৰ ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড জোৰা দিয়া আৰু আগৰ ভণিতাৰ 'শুভ, শুভ' গুচাই 'ডাকি বোলা ৰাম ৰাম'ৰ "আঁচু ফুল" দিয়া কথাই শকতকৈ এই মত-সমৰ্থন কৰে। যিহওক, ধৰ্মপালৰ ৰাজত্বৰ পৰাই অসমত বৈষ্ণৱ ধৰ্ম্ম পোনপাকে সোমোৱা বুলি ধৰিব পাৰি নিশ্চয়।

**শূন্যপুৰাণ আৰু শ্ৰীকৃষ্ণ কীৰ্ত্তন**ঃ—ডক্টৰ দীনেশ সেনৰ মতে শূন্যপুৰাণ প্ৰণেতা ৰামাই পণ্ডিত, ১০১২ খৃঃৰ ৰাজেন্দ্ৰ চোলৰ শিলালিপিত উল্লিখিত গৌড়েশ্বৰ দ্বিতীয় ধৰ্মপালৰ সমসাময়িক; আৰু বঙ্গৰ বঙ্কুৰা জিলাৰ দ্বাৰকেশ্বৰ নৈৰ পাৰৰ চম্পাইঘাট নামৰ ঠাইত এওঁৰ জন্ম। কবিতা আৰু কথাত এওঁৰ যি ৰচনা পোৱা হয়, তাত



প্ৰক্ষিপ্তৰ ভাগো আছে বুলি বঙালী সমালোচকসকলে সৈ কাঢ়িছে; তথাপি অসমীয়া শব্দাৱলী আৰু ব্যাকৰণৰ যথেষ্ট প্ৰভাৱ ইয়াত পোৱা হয়। শ্ৰীকৃষ্ণকীৰ্ত্তন ৰচয়িতা চণ্ডীদাসকো সেইদৰে বঙ্গৰ লেখক বুলি দাবী কৰা হয়; ভণিতাত তেওঁক বাসুকীৰ সেৱক আৰু বিষয়ত সহজীয়া পন্থাৰ কবি বুলি বুজিব পাৰি। শ্ৰীকৃষ্ণকীৰ্ত্তনৰ সম্পাদক বসন্তৰঞ্জন ৰায়ৰ টীকা আৰু ৰামেন্দ্ৰ সুন্দৰ ত্ৰিবেদীৰ ভূমিকাৰ পৰাও এই গ্ৰন্থৰ অসমীয়া প্ৰাধান্য স্পষ্টভাৱে স্বীকৃত হৈছে। হস্তলিপি-বিশেষজ্ঞ ৰাখাল বন্দোপাধ্যায়ৰ মতে এই গ্ৰন্থত তিনিজন লিপিকাৰৰ হস্তাক্ষৰ থাকিলেও, ই কোনোমতে ১৩৮৫ খৃঃৰ পাছৰ হব নোৱাৰে। আখৰত যেনেকৈ ই সম্পূৰ্ণ অসমীয়া (যাইকৈ 'ৰ'; 'ৱ' কতো নাই), ব্যাকৰণ আদিতো তেনে (যাইকৈ পাইলো, খাইলো; 'পেলাম', 'খেলাম' কতো নাই)। সম্পাদকে মুকলিকৈ কৈছে, মূল পুথিৰ আগৰ আৰু পিছৰ পাতকেইটা, ৰচনা বা লিপিৰ কাল, কবিৰ চিনাকি বা পুথিৰ নাম, —একোৰে একোটা তেওঁ পোৱা নাই; কেৱল সদায় শুনা 'শ্ৰীকৃষ্ণ-কীৰ্ত্তন' নামৰ পুথি এয়েই, ইয়াকে নিৰ্ণয় কৰি এই নামকৰণ কৰিছে। 'সই, কেবা শুনাইল শ্যাম নাম' গান ৰচয়িতাৰ ভাষাৰ লগত এই গ্ৰন্থৰ কবিৰ "বড়ুয়াৰ ঝীয়াৰী, বড় নাম ধৰি, তাহে বড়ুয়াৰ বৌ"; "যে বোল বুলিলো, মনে নধৰিলে, উলটিয়া দিলো পিঠি"; সৰহ কি, আৰম্ভণিৰ "সৱ দেৱে সভা পাতিল আকাশে" আদি ভাষাৰ ইমান প্ৰভেদ যে দুইকো একেজন বুলি ঠাৱৰোৱা কঠিন; আৰু ত্ৰিবেদীৰ মতে 'শ্ৰীকৃষ্ণকীৰ্ত্তন'ৰ কবিয়েই মূল, আৰু গান-ৰচয়িতা জন নকল। এই পুথিত জয়দেৱ বিদ্যাপতিৰ সোৱৰণ আৰু শঙ্কৰদেৱ প্ৰভৃতিৰ আগমন সূচোৱা ভাষা আৰু ছন্দও অনেক।

**ময়নামতী আৰু গোপীচন্দ্ৰৰ গান:**—ছাৰ গ্ৰীয়াৰ্ছনে ভাটি ৰংপুৰত প্ৰচলিত বিছুমান লোক-গীত গোটাই ১৮৭৮ খৃঃৰ এছিয়াটিক ছচাইটিৰ জৰ্ণেলত 'মাণিকচন্দ্ৰ ৰাজাৰ গান' বুলি প্ৰকাশিত কৰে। এই নামবোৰৰ বিষয়-বস্তু হৈছে মাণিকচন্দ্ৰ ৰজাৰ ৰাণী ময়নামতী আৰু তেওঁৰ কোঁৱৰ গোপীচন্দ্ৰ বা গোপীচন। তাৰ পাছত কলিকতা বিশ্ববিদ্যালয়ে 'গোপীচন্দ্ৰেৰ গান' (১৯২২ খৃঃ) আৰু 'ময়নামতীৰ গান' বুলি দুটি ব্যাপক সংগ্ৰহ প্ৰকাশিত কৰিছে। বঙালী সংগ্ৰাহক আৰু সম্পাদকে উলিওৱা এই নামবোৰৰ ওপৰত বৰ্ত্তমান বঙলা ভাষাৰ এখন চামনি পৰিছে যদিও, মূলতে যে এই গীতবোৰ পুৰণি অসমীয়া, মাখিছালৰ তলতে তাৰ চিন আছে। অসমীয়া 'জনাগাভৰুৰ গীত'ৰ নায়ক গোপীচন্দ্ৰ বা গোপীচন একেজনেই বুলি বুজিব পাৰি। বুকানন্ হেমিল্টনে হন্টাৰৰ 'ষ্টেটিষ্টিকেল একাউন্ট অব কোচবেহাৰ নামৰ পুথিত লিখিছে—'তিষ্টা নৈৰ এটা মোচৰৰ পৰা দুমাইলমান আঁতৰত ৰংপুৰৰ ডিমলাৰ অলপ নামনিত চাৰিওফালে ওখ গড় মৰা ধৰ্ম্মপাল ৰজাৰ নগৰ।...ময়নাৱতী বুলি ধৰ্ম্মপালৰ এগৰাকী বোৱাৰীয়েক আছিল; ধৰ্ম্মপালৰ গড়ৰ দুমাইলমান পছিমে দেও নৈৰ পছিম পাৰত ময়নাৱতীৰ গড়ৰ ভগ্নাৱশেষ এতিয়াও আছে।...ইয়াৰ দখিণে অলপ দূৰত হৰিশ্চন্দ্ৰৰ পাট বোলা এটা মৈদাম আছে।... মোৰ বিশ্বাস, এই মৈদাম ময়নাৱতীৰ পুতেক গোপীচন্দ্ৰৰ শহৰেক হৰিশ্চন্দ্ৰৰ মৈদাম; এই গোপীচন্দ্ৰই পিছত বৰপিতাক ধৰ্ম্মপালৰ সিংহাসনত উঠে।' মুঠতে গোপীচন্দ্ৰ আৰু তেওঁৰ মাক ময়নাৱতী আৰু পিতাক মাণিকচন্দ্ৰ যে ধৰ্ম্মপালৰ বংশৰ কামৰূপৰ ৰজা আৰু এই গীতবোৰ মূলতে পুৰণি কামৰূপৰ অসমীয়া গীত, তাত সন্দেহৰ ঠাই নাই। "মাণিকচন্দ্ৰ ৰাজা [আ]ছিল ধৰ্ম্মি বড় ৰাস্না। মএনাক বিৱা কৰিল



তাৰ নও বুড়ি ভাৰজা॥" বা (পাদটোকাত) "মএনামতিৰ বিআও হইল মাণিকচন্দ্ৰেৰ ঘৰে। সিন্দুৰমতিৰ বিআও হইল নিলমণি ৰজাৰ ঘৰে॥ মএনাক ৰিআও কৰি ৰজা পঞ্চাশ ৰিআও কৰে। বুঢ়া দেখি মএনামতিক ব্যাংগ (বেলেগ) কৰি দিলে॥" আদিত আৰম্ভ এই গীতবোৰত সাহিত্য-সৌন্দৰ্য্যও সামান্য নহয়।

**হেম সৰস্বতী আৰু প্ৰহ্লাদ চৰিত্ৰ:**—কবি হেম সৰস্বতীয়ে, তেওঁৰ প্ৰহ্লাদ-চৰিত্ৰ কাব্য, কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ ৰাজত্বত, ৰুদ্ৰসৰস্বতী আৰু দেৱযানীৰ পুত্ৰ তেওঁ বামন পুৰাণ চাই লিখিছে বুলিছে। ছাৰ গেইটে দুৰ্লভনাৰায়ণ ৰজাৰ অস্তিত্বতে সন্দেহ কৰি, থাকিলেও তেওঁ ত্ৰয়োদশ শতিকাৰ শেষ ছোৱাত ৰাজত্ব কৰিছিল বুলিব খোজে; তেওঁৰ সন্দেহ অমূলক আৰু তেওঁৰ কাল নিৰ্ণয় অৱশ্যে ভ্ৰান্ত। কিয়নো হেম সৰস্বতীকে আদি কৰি চাৰি পাঁচজন কবিয়ে পৃষ্ঠপোষকৰূপে ৰজা দুৰ্লভনাৰায়ণৰ কথা বিশদভাৱে বৰ্ণাইছে, আৰু ষোড়শ শতিকাৰ শঙ্কৰ-চৰিত ৰচয়িতা ৰামচৰণ ঠাকুৰে দুৰ্লভনাৰায়ণ ৰজাৰ সম্পূৰ্ণ বংশাৱলী দিয়াৰ উপৰিও তেওঁক ধৰ্মপালৰ প্ৰতিদ্বন্দী ৰজা আৰু "ৰেলেগীয়া ভাই" বুলি স্পষ্টভাৱে লিখিছে। লিপিমূলক প্ৰমাণৰপৰা ধৰ্মপালৰ ৰাজত্ব দ্বাদশ শতিকাৰ মাজভাগত সুপ্ৰতিষ্ঠিত যেতিয়া, দুৰ্লভনাৰায়ণ আৰু সেইদেখি হেমসৰস্বতী আৰু তেওঁৰ প্ৰহ্লাদ চৰিত্ৰৰ কাল দ্বাদশ শতিকাৰ মাজভাগৰ ভিতৰত বুলি অৱশ্যে ঠাৱৰাব লাগিব; আৰু ছাৰ গেইটৰ সন্দেহ আৰু অনুমানৰ ওপৰত ঠিয় কৰি হেমসৰস্বতীক ত্ৰয়োদশৰ শেষ ছোৱা আৰু চতুৰ্দশৰ আগছোৱাত থাপনা কৰাটো ভুল বুলি ধৰিব লাগিব। প্ৰহ্লাদ চৰিত্ৰৰ ভাষাই এই প্ৰাচীনতাৰ প্ৰমাণো দিয়ে। "বোলা যে সৱাৰ গাৱে আচে দামোদৰ। সৱে লোকে নোহে কিয় তাক সমসৰ॥ কেহো

সুখি কেহো দুখি বহুত অন্তৰ। কেহো কাকো বাৰে কেহো কৰয় নকৰ॥"'একৰ জিৱন হৌক সৱাৰে জিৱন। একৰ মৰণে হৌক সৱাৰে মৰণ॥ একৰ ভোজনে হৌক সৱাৰে ভোজন। তেবে জানো সৱাতো আচন্ত নাৰায়ণ॥" আদিৰ যুক্তি আৰু লালিত্যও অনুপম। তদুপৰি ধৰ্মসংস্কাৰতকৈ পুৰাণৰ সাধু প্ৰচাৰতেই তেওঁৰ দৃষ্টি আবদ্ধ আছিল বুলি বুজিব পাৰোঁইক। এওঁৰ প্ৰায় তিনি শ বছৰৰ পাচৰ শ্ৰীশঙ্কৰদেৱৰ প্ৰহ্লাদ চৰিত্ৰৰ ভাষা আৰু কথা তুলনা কৰিলে এইদৰে বহুত কথাই ধৰা পৰে। ইয়াৰ ভণিতা আদিও বৈষ্ণৱ যুগৰ ভণিতাৰ লগত মিলে।

**হৰিহৰ, কবিৰত্ন, ৰুদ্ৰকন্দলী:**—দুৰ্লভনাৰায়ণ ৰজাৰ পৃষ্ঠপোষকতাত মহাভাৰতৰ অশ্বমেধ পৰ্ব্বৰ সুন্দৰ পদ ভাঙনি কৰোঁতা কবি হৰিহৰ বিপ্ৰ, এওঁৰ তিনি চাৰিশ বছৰৰ পাছৰ বৈষ্ণৱ কবি শ্ৰীধৰ কন্দলীয়েও অশ্বমেধ পৰ্ব্বৰ ভাঙনি কৰে। দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুতেক ইন্দ্ৰনাৰায়ণৰ আমোলৰ ছোটশিলা গাঁৱৰ কায়স্থপ্ৰবৰ চক্ৰপাণি শিকদাৰৰ পুতেক কবিৰত্ন সৰস্বতীয়ে প্ৰাঞ্জল ভাষাত মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ অন্তৰ্গত জয়দ্ৰথ বধ কাব্য ৰচনা কৰে। তদুপৰি "বিষ্ণুৰ ভকত মহামায়াৰ সেৱক" তাম্ৰধ্বজ ৰজাৰ ৰাজত্বত "হৰিৰ সেৱক ৰুদ্ৰ কন্দলীয়ে মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ "সাত্যকি প্ৰবেশ" পদ ভাঙে। এওঁ "শ্ৰীমন্ত তাম্ৰধ্বজ অনুজে সহিতে। বৃহস্পতিৰ সমান ধৰ্ম্ম শিশু বয়সতে। বিষ্ণুৰ ভকত মহামায়াৰ সেৱক। পুত্ৰৰ সমান কৰি দৰিদ্ৰ পালক॥" বুলি এজন ৰজাৰ পৃষ্ঠপোষকতাৰ উল্লেখ কৰিছে। ৰামচৰণৰ শঙ্কৰ-চৰিতত ধৰ্ম্মপালৰ পুতেকৰ তাম্ৰধ্বজ নাম পোৱা হয়, 'ঘৰাঘাটে গৈয়া পাছে নৌকা চপাইলন্ত। তাম্ৰধ্বজে শুনিলেক পিতৃ আসিলন্ত॥" গতিকে সেই কালৰ সেই নামৰ আন ৰজাৰ উল্লেখ কতো নোপোৱাত



এওঁক ধৰ্মপালৰ পুতেক বুলিয়ে বুজিমহঁক। তেন্তে দুৰ্লভনাৰায়ণৰ ৰাজত্বৰ কবি হেম সৰস্বতী আৰু হৰিহৰ বিপ্ৰ দুয়ো দুৰ্লভনাৰায়ণৰ পুতেক ইন্দ্ৰনাৰায়ণ আৰু ধৰ্মপালৰ পুতেক তাম্ৰধ্বজৰ ৰাজত্বৰ কবি যথাক্ৰমে কবিৰত্ন সৰস্বতী আৰু ৰুদ্ৰকন্দলীতকৈ এপুৰুষৰ আগৰ। পাছৰ এই দুয়োজন কবিৰ মহাভাৰতৰ একে দ্ৰোণপৰ্বৰ যথাক্ৰমে জয়দ্ৰথ-বধ আৰু সাত্যকি-প্ৰৱেশৰ পদভাঙনি, আগৰ দুজন কবিৰ যথাক্ৰমে প্ৰহ্লাদ-চৰিত্ৰ আৰু অশ্বমেধ-পৰ্বৰ পদ-ভাঙনিতকৈ প্ৰাঞ্জল ভাষাৰ, যাইকৈ হেম সৰস্বতীৰ ভাষা যেনে প্ৰাচীনগন্ধী আৰু জোটনি যেন প্ৰাকৃতগন্ধী বুলি অনুমান হয়, ইবোৰ তেনে নহয়। সাত্যকি-প্ৰবেশৰ ভণিতাও বৈষ্ণৱ যুগৰ যেনহে লাগে।

**মাধৱ কন্দলীৰ ৰামায়ণ:**—নিঃসন্দেহে মাধৱ কন্দলীক শ্ৰীশঙ্কৰ-সূৰ্য্যৰ আগমন বাতৰি দিয়া পুৱণি অসমীয়া সাহিত্যৰ পুৱতীয়া ভোটা বুলিব পাৰি। এওঁৰ নিজ ভণিতাত এওঁ নিজক মাধৱ কন্দলী আৰু কবিৰাজ কন্দলী, আৰু এওঁৰ পৃষ্ঠপোষকক বৰাহী ৰজা শ্ৰীমহামাণিক্য বুলি চিনাকি দিছে। এওঁৰ ৰচিত ৰামায়ণৰ পাঁচ কাণ্ড পাই, উত্তৰাকাণ্ড শঙ্কৰদেৱে আৰু আদিকাণ্ড মাধৱদেৱে ৰচনা কৰি সাতকাণ্ড সম্পূৰ্ণ কৰে। শঙ্কৰদেৱে উত্তৰা কাণ্ডৰ ভণিতাত আত্মপৰিচয়ৰ লগতে 'পূৰ্ব্ব কবি অপ্ৰমাদী মাধৱ কন্দলী আদি' বুলি এওঁৰ চিনাকি দিছে। মহাপুৰুষৰ পূৰ্বে অসমৰ সাহিত্য আৰু সংস্কৃতিৰ যিবিলাক অস্থি আছিল, তাৰ কামত লগাব পৰাখিনি কামত লগোৱা স্বৰূপে মাধৱ কন্দলীৰ ৰামায়ণ বৈষ্ণৱ ধৰ্ম প্ৰচাৰত ব্যৱহাৰ কৰা হয় যেন লাগে। বাল্মীকিৰ ৰামায়ণ আদিতে পাঁচ কাণ্ডহে আছিল বুলি এটা প্ৰবাদ আছে; সেইদৰে মাধৱ কন্দলীয়েও ৰামায়ণ মূলতে এই পাঁচ কাণ্ডহে ৰচিছিল নে, বাকী দুই কাণ্ড পাছতহে হেৰাল,

সঠিক কোৱা টান। অসমীয়া ৰামায়ণৰ দ্বিতীয় কবি শঙ্কৰ-ভক্ত অনন্ত কন্দলীয়েও সেই পাঁচকাণ্ডকহে ৰচিছিল। এখন কথা শঙ্কৰ-চৰিতত স্পষ্টকৈয়ে লিখিছে বোলে মাধৱ কন্দলীৰ মূল ভণিতাবোৰৰ শেষত "শুভ শুভ"হে আছিল; বৈষ্ণৱ যুগতহে তাত "ডাকি বোলা ৰাম ৰাম" লগাই "আঁচফুল" বচা হল। অনন্ত কন্দলীয়েও ক্ষমা-ভিক্ষাৰ চলেৰে তেওঁৰ ভণিতাত কৈছে বোলে মাধৱ কন্দলীৰ ৰামায়ণত ভক্তি-ৰস নথকাতহে তেওঁ নকৈ ৰামায়ণ ৰচিলে। এই উক্তিয়ে তেন্তে নিশ্চিত-ভাৱে উক্ত কথা-চৰিতৰ মত সমৰ্থন কৰে যে মাধৱ কন্দলীৰ বৈষ্ণৱ ভণিতা মাধৱ কন্দলীৰ পিছৰ।

**ৰজা মহামাণিক্যৰ নিৰ্ণয় :—** মাধৱ কন্দলীৰ ৰামায়ণৰ প্ৰথম প্ৰকাশক মাধৱচন্দ্ৰ বৰদলৈৰ মতে এওঁ দ্বাদশ-চতুৰ্দশ শতিকাৰ মাজৰ কোনোবা কছাৰী ৰজা। ১২২৮ খৃঃত চুকাফাই সৌমাৰ সোমাই ক্ৰমে মৰাণ বৰাহী আৰু বৰাহী ৰজা থাকুমফাক ১২৪২ খৃঃত ছলেৰে বৰাই নিজ বশলৈ আনে। কোনোৰ মতে এই বৰাহী জাতি বিশাল কছাৰী জাতিৰে এটা ঠেঙুলি। কছাৰী বংশৰে এজন আদি ৰজা বিচাৰপতি ফা; এওঁৰে পুতেক বিক্ৰমাদিত্য ফা, নাতিয়েক মহামাণিক্য ফা; কোনোৰ মতে আকৌ, যিহেতুকে কছাৰী ৰজাসকলে হৈড়ম্বেশ্বৰ হেড়ম্বাধীশ, হৈড়ম্বপতি আদিৰ বাহিৰে কতো বৰাহী বুলি নিজৰ চিনাকি দিয়া নাই; আৰু যি হেতুকে কামৰূপৰ পালবংশী শেষ জন ৰজা ইন্দ্ৰপাল আৰু ধৰ্মপালে তেওঁলোকৰ তামৰ ফলিত নৰক বংশীৰূপে নিজক শ্ৰীবাৰাহ বা ৱাৰাহ বুলি চিনাকি দিছে, মহামাণিক্য কোনো পালবংশী ৰজাও হব পাৰে। কিন্তু বাস্তৱতে কামৰূপৰ পালবংশত মহামাণিক্য বা তেনে নামৰ কোনো ৰজা নাপাওঁইক, আৰু নৰকবংশী কিয়, ইউৰপৰ স্ুইদেনৰ ৰজাসকলেও হেনো নিজক ৱৰাহ-পৃথিবীৰ



মিলনৰ পৰা হোৱাৰ নিচিনা কিৱা কল্পনা কৰে। কাছাৰ জিলা আৰু উত্তৰ কাছাৰ পৰ্ব্বতমালাৰ উপৰিও কপিলীৰ উপত্যকা একালত পুৰণি ত্ৰিপুৰা ৰাজ্যৰ অন্তৰ্গত আছিল; পঞ্চম শতিকা মানত ত্ৰিপুৰাৰ এজন ৰাজপুত্ৰ দৃক্‌পতিয়ে কপিলী উপত্যকা আক্ৰমণ কৰি আগৰ ৰজাক কাছাৰলৈ খেদে আৰু নিজে হেড়ম্বপুৰৰো ৰজা হয়। ত্ৰয়োদশ শতিকা মানত ত্ৰিপুৰেশ্বৰ ৰত্নফাই 'মাণিক্য' উপনাম লয় আৰু তেতিয়াৰে পৰা ত্ৰিপুৰা আৰু সম্ভৱ খাছিয়া, জয়ন্তীয়া আৰু হেড়ম্বপুৰৰ, আন ৰজাসকলেও এই উপনাম গ্ৰহণ কৰে। "বৰাহ" শব্দই বড়ো বা কছাৰী ৰজাৰ বাহিৰে জয়ন্তীয়া বা ত্ৰিপুৰা ৰজাও বুজাব পাৰে। 'ৰাজমালা' গ্ৰন্থৰ সম্পাদকৰ মতে ত্ৰিপুৰাৰ ৰাজসভাত বাণেশ্বৰ আৰু শুক্ৰেশ্বৰ নামে দুজন অসমীয়া সভা কবি আছিল। ৰত্নফাৰ নাতি বিজয় মাণিক্যেই সম্ভৱ এই মহামাণিক্য, আৰু এওঁ চতুৰ্দশ শতিকাত (১৩৫০—১৪০৬) ৰাজপাট খোৱা কথাত আটাই একমত।

**মাধৱ কন্দলীৰ ৰামায়ণ আৰু দেৱজিত :—** উত্তৰ ভাৰতীয় সকলো প্ৰাদেশিক ৰামায়ণতকৈ এই অসমীয়া ৰামায়ণ আগ বুলি বুজিব পাৰি। কৃত্তিবাসৰ বঙলা আৰু তুলসী দাসৰ হিন্দী ৰামায়ণ ইয়াতকৈ অন্ততঃ ডেৰশ দুশ বছৰৰ পাছ। ইয়াৰ আগতে ২৫০ খৃঃ মানত চীনা আৰু তাৰ পাছত পালি ভাষালৈ নৱম শতিকা মানত দ্ৰাবিড়ী তামিল আৰু একাদশ শতিকা মানত জৈন সাহিত্যলৈ ৰামায়ণ অনূদিত হৈছিল বুলি শুনা হয়; আৰু বাল্মীকিৰ মূল ৰামায়ণ যেতিয়াই আৰম্ভ কৰা হওক, খৃঃ পূঃ পাঁচ শ বছৰৰ আগতে ই বৰ্ত্তমান ৰূপ পায় বুলি ধৰা হয়। শঙ্কৰী আৰু উত্তৰ-শঙ্কৰী যুগৰ অনেক অসমীয়া কথা আৰু পদ ৰামায়ণৰ কবিৰ ভিতৰত অনন্ত ঠাকুৰ বোলাজনে দ্বিজ কলাপচন্দ্ৰৰ ৰামায়ণ-চন্দ্ৰিকাৰ উল্লেখ কৰিছে, আৰু কোনোৰ মতে

এওঁ শঙ্কৰদেৱৰ আদি শিক্ষাগুৰু ; যেনেকৈয়ে হওক, এতিয়ালৈকে জনাৰ ভিতৰত মাধৱ কন্দলীৰ ৰামায়ণেই অসমীয়াৰো প্ৰথম ৰামায়ণ। এই ৰামায়ণ কৃত্তিবাসৰ বঙলা ৰামায়ণৰ দৰে নানা ৰহন দিয়া সাধুৰ সমষ্টি নহয় ; ই বাল্মীকিৰ মূল ৰামায়ণৰ ভাঙনি। "পুস্তক বিচাৰি যেৱে, তৈতে কথা নপাৱাহা, তেৱে সৱে নিন্দিবা আমাক।" (লঙ্কাকাণ্ড, ৫৬৫।২৫) বুলি কবিয়ে দঢ়াই কৈছে, আৰু কেৱল 'মহামাণিক্যৰ বোলে, কাব্যৰস কিছু দিলো তাত" বুলিছে। এওঁক বৰ্ণনা-বৈচিত্ৰ্য আৰু ৰচনা শক্তিয়ে সচাকৈয়ে শঙ্কৰদেৱৰ "পূৰ্ব্বকবি অপ্ৰমাদী" প্ৰশংসাবাণীৰে উপযুক্ত আৰু সমসাময়িক ইংৰাজ কবি চছাৰৰ সমকক্ষ বুলি প্ৰমাণিত কৰে। সীতাৰ বৰ্ণনাত স্ত্ৰী-চৰিত্ৰ, লঙ্কাৰ বিৱৰণত বৰ্ণনা-নৈপুণ্য, ৰাক্ষস বৰ্ণনাত হাস্যৰস, ৰামৰ বিৱৰণত আদৰ্শ মানৱ-চৰিত্ৰ, আৰু নানা ঠাইত কাম-ক্ৰোধ আৰু আবেগ-উদ্বিগ্নতাৰ যি চিত্ৰ আঁকা হৈছে, সি সচাকৈয়ে এজন শ্ৰেষ্ঠ কবিৰ উপযুক্ত। কিন্তু ইয়াৰ পাঠত ঠায়ে ঠায়ে এহাতে যেনেকৈ প্ৰাচীনতাৰ সাচ আছে, আনহাতে তেনেকৈ আধুনিকতাৰ গোন্ধ পোৱা হয় ; গতিকে প্ৰক্ষিপ্ততাৰ ভাগো ইয়াত অৱশ্যে আছে। এওঁৰ নামৰ 'দেৱজিত' পুথিতো প্ৰায় পোনপাকে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ চেষ্টা দেখা হয় ; কিন্তু এই কথা সম্পূৰ্ণ বিনাবিচাৰে সত্য বুলি গ্ৰহণীয় হব নোৱাৰাৰ কাৰণ আগতে উনুকিয়াই অহা হৈছে। মাধৱ কন্দলীৰ জন্মস্থান নগাঁৱৰ আলি পুখুৰীতে সম্ভৱ এশমান বছৰ পাছত শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ হয়।

---

# তৃতীয় অধ্যায়—বৈষ্ণৱ যুগ (১৪৫০—১৬৫০)

**ঐতিহাসিক বিচাৰ :**—এই যুগ ভাৰতৰ ইতিহাসৰ লডি বংশৰ (১৪৫১-১৫২৬) উত্থান, আৰু আকবৰ (১৫৫৬-১৬০৫), শাজাহান (১৬২৭-৫৮) প্ৰভৃতি মোগল সম্ৰাটৰ ৰাজত্বৰ কাল। আহোম বুৰঞ্জীত এই যুগ ছুছেন্‌ফাৰ (১৪৩৯-৮৮) আমোলত আৰম্ভ হৈ ছুতাম্লাৰ (১৬৪৮-৬৩) আমোলত শেষ হয় ; আৰু অসমত খেন, কোচ, চুটিয়া, কছাৰী আদি এজঁৰা ডেৰঅঁৰা ৰাজশক্তিৰ, তেওঁলোকৰ যথাক্ৰমে নীলাম্বৰ (১৪৫৫-৯৮), নৰনাৰায়ণ (১৫৪০-৮৪), নীতিপাল (আঃ ১৫২৩) আৰু ডেৎচোং (১৫৩১-৩৬) প্ৰভৃতি বিখ্যাত ৰজাৰে উত্থান-পতন হয়। এই যুগতে মোগলৰ পঞ্চম আক্ৰমণত হুছেন শাহৰ বিশ্বাসঘাতক ষড়যন্ত্ৰত ১৪৯৮ ত খেন বংশৰ ৰাজধানী কমতাপুৰ ধ্বংস হয় আৰু ইউৰপীয় পুৰাণৰ ফীনিক্স চৰাইৰ দৰে তাৰ ভসমৰপৰাই বিশ্বসিংহই (১৫১৫-৪০) কোচ ৰাজত্বৰ সূত্ৰপাত কৰে, আৰু অৱশ্যে প্ৰায় এই যুগতে প্ৰাণনাৰায়ণৰ ৰাজত্বত (১৬৩৩-৬৬) এই যুগৰ ওৰ পৰে। পুবত আহোমসকলে মৰাণ, মটক, চুটিয়া, বাৰভূঞা, আদি ৰাজশক্তি সমূহ ছলে-বলে জয় কৰি কছাৰীসকলকো ক্ৰমে দিখৌ আৰু ধনশিৰিৰ পাৰৰ পৰা খেদি তেওঁলোকৰ ৰাজধানী ডিমাপুৰৰ পৰা মাইবঙলৈ তুলি নিবলৈ বাধ্য কৰে। এই যুগতে৷ আঠটা মোগল আক্ৰমণত শত্ৰু-সৈন্য বিষমৰূপে ঘাটি খাই হাতী, ঘোঁৰা, ধন-সোণ, হিলৈ-বৰটোপ আৰু অনেক প্ৰাণ পৰ্য্যন্ত এৰি যায়। ১৫৩২ ৰ এপ্ৰিলত মোগল সেনাপতি তুৰ্বক হুছেনে প্ৰাণ এৰে, আৰু এই যুজৰ পৰাই আহোমে খাৰ-বাৰুদ চলাবলৈ ধৰে বুলি কয়।

টেভাৰ্নিয়াৰৰ মতে অসমতে জয়ে জয়ে থাৰ-বাৰুদ ওলায়, ইয়াৰ পৰা পেগু আৰু পেগুৰপৰা চীনলৈ যায় দেখি বহুতে তাক চীনে উলিওৱা বুলি ভাবে। এই যুগতে আহোম-কোচৰ পৰস্পৰ আৰু উভয়ৰে মোগলৰ লগত যুদ্ধ-বাগৰ হৈ শেষত কোচ ৰাজশক্তি লুপ্ত হয় আৰু ১৬৩৮ ত আহোম-মোগলৰ সন্ধি হয়।

**সামাজিক পৰিস্থিতি :**—পুৰণি অসমত যথাক্রমে দশম আৰু পঞ্চদশ শতিকা মানত ৰচা বুলি ধৰা ভাৰত-প্ৰসিদ্ধ কালিকা পুৰাণ আৰু যোগিনী-তন্ত্ৰ নামৰ সংস্কৃত গ্ৰন্থই অসমৰ এই পাঁচ-শ বছৰৰ সামাজিক আৰু ধৰ্মমূলক কাহিনীৰ আধাখিনি বিৱৰিছে বুলিব পাৰি। ৰাজনৈতিক ফালৰপৰা যেনেকৈ বাহিৰে নানা ৰাজশক্তিৰ খোৰা-কামোৰা চলি থাকিলেও, ভিতৰি আহোম ৰাজ্য ক্রমে সুগঠিত হৈ আহিছিল; সামাজিক ফালৰপৰাও ওপৰে ওপৰে চালে শৈৱ, শাক্ত, তান্ত্রিক, বৌদ্ধ আদি নানা ধৰ্মৰ হেতা-ওপৰা চলি থকা সত্বেও শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম ক্রমে সুপ্রতিষ্ঠিত হৈ উঠিছিল। আহোমসকল অসমলৈ আহোঁতে কি ধৰ্মী আছিল সঠিক কোৱা টান, কিন্তু তেওঁলোকৰ পূৰ্ববৰ্তী ৰাজশক্তি কছাৰী, চুটিয়া, বাৰভূঞা আদি সকলো যে ঘোৰ শাক্ত আছিল, মুছলমান বুৰঞ্জী-লেখকৰ আইন-ই-আকবৰি আদিয়েও তাক সমৰ্থন কৰে। মুঠতে আৰ্য্য-অনাৰ্য্য নানা ধৰ্ম মিলি যি অদ্ভুত খিচিৰি হৈছিল, গুৱাহাটীৰ কামাখ্যা আৰু সদিয়াৰ কেচাইখাতী তাম্ৰেশ্বৰী মন্দিৰেই তাৰ সাক্ষী। কামাখ্যাৰ নৰবলিৰ কথা যেনেকৈ কালিকা পুৰাণেই প্ৰমাণ দিয়ে; তাম্ৰেশ্বৰীৰ নৰবলিৰ কথাও কেচাইখাতী নাম আৰু বুৰঞ্জীয়ে ৰিঙিয়াই কয়, কিয়নো চুটিয়াসকল অহোমৰ অধীনলৈ অহাৰ পাছতো দেউৰীসকলক এই ৰীতি পালি থাকিবলৈ দিয়া হৈছিল। এই সম্পৰ্কত ভোগী



বোলা যি এটা শ্ৰেণীৰ সৃষ্টি হয়, তাৰপৰা অসমীয়া সমাজ কিমান অধঃপতিত হৈছিল সহজে অনুমান কৰিব পাৰি। বৌদ্ধ তান্ত্রিক আদি আন আন পন্থায়ো সমাজত কেনে ব্যভিচাৰ ঘটাইছিল, বৈষ্ণৱ গ্ৰন্থ আৰু চৰিত পুথিবোৰৰ পৰা বুজিব পাৰি। জহকালি ঘামৰ চাটিফুটি যেনেকৈ শান্তিময় বৃষ্টিৰ আগজাননী, ধৰ্মৰ নামত অধৰ্মৰ এনে তাণ্ডৱ নৃত্যও তেনেকৈ শ্ৰীশঙ্কৰদেৱৰ পৱিত্ৰ আত্মশুদ্ধিৰে ভাগৱতী ধৰ্মৰ আগমনৰ আগলি বাতৰি সন্দেহ নাই।

**জ্ঞানৰ নৱজন্ম :**—জ্ঞান-বিজ্ঞানৰ ফালৰ পৰাও এই কাল অসমৰে নহয়, ইউৰপৰো সোণালি যুগ বুলিব পাৰি। ইংলণ্ডৰ ৰেনেছেঞ্চ (১৪০০-১৫৫০), এলিজাবেথীয় (১৫৫০-১৬২০) আৰু পিউৰিটান (১৬২০-৬০) যুগ এই যুগৰ সমবয়সীয়া; আৰু আচৰিত মানিব লাগে, ইংৰাজী এই তিনিওটি যুগৰ লক্ষণ অসমৰ এই একে যুগত প্ৰকাশ পাইছে। পোনতে, ইংলণ্ডৰ ৰেনেছেঞ্চ যুগৰ দৰে এই আগ্নেয়গিৰিৰ কালতে মানুহে চকু-মুকলি হৈ নিজক আৰু জগতক দেখা পাইছে; নৈষ্ঠিকতা আৰু কৰ্ত্তৃপক্ষৰ মুৰত ৰামটাঙোন পেলাই কেৱল সত্যকহে গৰাকী বুলিছে; কিয়নো মানুহৰ অন্তৰ্চকুৰ আগত এতিয়া জ্ঞানৰ এক নতুন দিগন্ত ৰেখা জিলিকি উঠিছে। আকৌ এলিজাবেথ যুগৰ দৰে অসমীয়া সাহিত্যতো এই কাল মহত চিন্তা আৰু মহৎ কাৰ্য্যৰ কাল; শকত জাতীয়তা, সুস্থ দেশ-হিতৈষণা, শুদ্ধ ধৰ্ম, সামাজিক শান্তি, মানসিক উৎকৰ্ষ আৰু অসীম উৎসাহ এই যুগৰ প্ৰাণ স্বৰূপ। এলিজাবেথীয় সাহিত্যৰ দৰে, কাব্যই ঘাই হলেও, অসমীয়া নাট আৰু অসমীয়া গদ্য এই যুগৰ কীৰ্তিস্তম্ভ; আৰু ইংলণ্ডৰ গৌৰৱ শ্বেক্সপীয়েৰতকৈও বহুমুখী প্ৰতিভাৰ শ্ৰীশঙ্কৰদেৱেই এই যুগৰ সূৰ্য্য স্বৰূপ। পুনৰ, ইংলণ্ডৰ পিউৰিটান যুগৰ দৰে এই কাল ঘাইকৈ প্ৰকৃত ধৰ্মজাগৃতিৰ কাল;

অন্তৰ্চকুৰ আগত জ্ঞানৰ নতুন দিগন্ত ৰেখা জিলিকি উঠাৰ লগে লগে মানুহৰ নৈতিক চৰিত্ৰৰ নৱজন্ম হল; ফৰাচী বিপ্লৱৰ দৰে, কিন্তু আধ্যাত্মিক ক্ষেত্ৰত, সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ বাণী ঘোষিত হল; বাহ্যিক নহয়, প্ৰকৃত আত্মশুদ্ধিহে ধাৰ্মিকতাৰ জোখকাঠি হল। এনে আন্দোলনৰ ফলত অসমীয়া জাতি নতুন বলেৰে বলীয়ান হল; বৈষ্ণৱ সাহিত্য গঢ়ত শাশ্বত হলেও, এলিজাবেথীয় সাহিত্যৰ দৰে তাৰ প্ৰাণ যৌৱন, আশা আৰু প্ৰাণৰ স্পন্দনত এনেদৰে স্পন্দিত হৈ উঠিল যে, তাৰ তুলনা নাই।

**গণিত, জ্যোতিষ, ব্যাকৰণ—বকুল, কবিৰত্ন, চূড়ামণি, পুৰুষোত্তম :—**এলিজাবেথৰ যি ইংলণ্ডই সাহিত্যত মহাকবি শ্বেক্সপীয়েৰৰ জন্ম দিছিল, সেয়েই বিজ্ঞানত বেকন আৰু ধৰ্মত হুকাৰৰ জন্ম দিছিল; সেইদৰে অসমতো শ্ৰীশঙ্কৰদেৱৰ ধৰ্মমূলক আন্দোলনৰ লগত ৰাজ-নৈতিক আৰু জ্ঞান-বিজ্ঞান নানা বিষয়ক চৰ্চ্চাও আগ বাঢ়িছিল। দেখাত অলপ আচৰিত যেন লাগিলেও, প্ৰকৃততে একো যুগৰ ভাবৰ সাৰেই ভিন্নমুখী প্ৰতিভাক আশ্ৰয় দিব পাৰে। বকুল কায়স্থ শঙ্কৰদেৱৰ প্ৰবীন সমসাময়িক আৰু সম্ভৱ পঞ্চদশ শতিকাৰ মাজ বা শেষ ভাগত তেওঁ "কিতাবত মঞ্জৰী" নামে গণিতৰ পদ-পুথি লিখে। সামৰণিৰ ফালে নাৰায়ণ দাস, উমাপতি, সিদ্ধ, হৃদয়ানন্দ কায়স্থ আৰু দূৰ্গা দাস প্ৰভৃতিৰ গ্ৰন্থকাৰৰ পৰা উদাহৰণ তুলি দিয়া আছে; কিন্তু এওঁলোকৰ সম্বন্ধে আমাৰ একো জনা নাই। শ্ৰীৰাম কীৰ্ত্তন বা অনন্ত ৰামায়ণৰ কবি অনন্ত ঠাকুৰৰ আন এটা নাম হৃদয়ানন্দ কায়স্থ; কিন্তু তেওঁ সপ্তদশ শতিকাৰ মাজছোৱাৰ লেখক। সত্য, ত্ৰেতা, দ্বাপৰ, কলিৰ যুগ-বছৰ-নিৰ্ণয়, আৰু পুৰাণমতে ভাৰতৰ পুৰণি ৰাজ-পৰিয়ালবোৰৰ কাল-নিৰ্ণয়ো ইয়াত দিয়া আছে।



লীলাৱতী পুৰণি ভাৰতৰ এগৰাকী গণিতজ্ঞ তিৰুতা; এওঁৰ মূল পুথিখন ১৪৬৮ খৃঃত মজিন্দাৰ বৰুৱাৰ আদি পুৰুষ দুৰ্গাৰাম কায়স্থই অসমলৈ আনে বুলি কয়। কবিৰত্ন দ্বিজৰ এই পুথিৰ অসমীয়া পদ-ভাঙনিও সম্ভৱ এই কালৰে। গণিত, জ্যোতিষ আৰু জৰিপ সম্বন্ধীয় "জ্যোতিষ-চূড়ামণি" নামৰ আন এখন অসমীয়া পদ-পুথিও পোৱা হয়; আৰু তাত বকুল কায়স্থ আদিৰ উল্লেখ থকাৰ পৰা এই পুথিও পঞ্চদশ শতিকাৰ শেষ ভাগৰ বুলি অনুমান হয়। এই যুগতে কোচ ৰজা নৰনাৰায়ণৰ অন্যতম সভা-পণ্ডিত পুৰুষোত্তম ঠাকুৰ বিদ্যাবাগীশে সংস্কৃতত "প্ৰয়োগ ৰত্নমালা ব্যাকৰণ" লিখে; এওঁক বিশ্বকবি ৰবীন্দ্ৰনাথ পূৰ্বপুৰুষ বুলি বুজিব পাৰি।

**পদ্মপুৰাণৰ কবি মনকৰ, দুৰ্গাবৰ, নাৰায়ণ, ষষ্ঠিবৰ :—** পদ্মপুৰাণৰ বেউলা কাহিনীৰ গীত-ৰচয়িতা এই চাৰিজন কবিৰ নাম আমি এতিয়ালৈকে পাইছোঁহক। এইসকলৰ ভিতৰত মনকৰ বৰ পুৰণি যেন লাগে। "কমতাৰ ৰাজা বন্দো ৰাজা জল্লেশ্বৰ। একশত মহিষী বন্দো ওঠৰ কুমৰ॥" এনে দুই একাকি কথাৰ পৰা তেওঁৰ হিতৈষী কমতা আৰু জল্লাইগুৰিৰ কোনো ৰজা বুলি মাত্ৰ বুজিব পাৰি। দুৰ্গাবৰৰ গীততো সেইদৰে "কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ। আঠচল্লিশ মহিষী বন্দো ওঠৰ কোঁৱৰ॥" "কায়স্থ শ্ৰীচন্দ্ৰধৰ তান পুত্ৰ দুৰ্গাবৰ, ৰিৰচিলা গীত বিতোপন। ৰাহুবল্ল ঠিকাদাৰ, গন্ধৰ্ব যে অৱতাৰ, সৰ্বক্ষণে ব্ৰহ্মাণী প্ৰসন্ন॥" আৰু "নীলাচল নামে গ্ৰাম সংসাৰত সাৰ। আছয় পাৰ্বতী অসুৰৰ সংহাৰ॥" ইত্যাদিৰ পৰা এওঁ বিশ্বসিংহৰ ৰাজত্বৰ নীলাচলৰ চন্দ্ৰধৰ কায়স্থৰ পুতেক দুৰ্গাবৰ বুলি বুজিব পাৰি। এওঁৰ গীত আৰু কবিত্ব সুন্দৰ। পদ্মপুৰাণৰ বেউলা কাহিনীৰ বাহিৰেও এওঁৰ ৰামায়ণী গীত ওজা-

পালিৰ মুখত চিৰপ্ৰসিদ্ধ। এই ৰামায়ণী গীতবোৰ বৈষ্ণৱ কবিসকলৰ গীতৰ প্ৰায় সমকক্ষ। সুকনান্নী বুলি সুকবি নাৰায়ণ দেৱৰ পদ্মপুৰাণৰ গীতো ওজাপালিৰ মুখে মুখে আজিলৈকে চলি আহিছে, আৰু এওঁৰো অনেক ভণিতা প্ৰায় বৈষ্ণৱ ভণিতাৰ সমকক্ষ। অতি অলপ দিনলৈকে এই গীতবোৰ মুখে মুখে চলি অহা আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰাই তাৰ ঘাই কাৰণ যেন লাগে। ষষ্ঠিবৰ নামে আন এজন কবিয়েও পদ্মপুৰাণৰ বেউলা আদিৰ কাহিনীৰে গীত ৰচাৰ প্ৰমাণ পোৱা হয়। এই দুজন কবিৰ গীতৰ পুথি শ্ৰীহট্ট অঞ্চলত পোৱা বাবে বঙালী সাহিত্যিকসকলে এওঁলোকক বঙলা বুলিব খোজে; কিন্তু স্বৰূপতে শ্ৰীহট্ট যে পুৰণি অসমীয়া ভাষাৰ আমোলত আছিল, এই গীতবোৰে তাকেহে প্ৰমাণ কৰে। অসমীয়া সাহিত্যিকৰ মতে নাৰায়ণ দেৱৰ আদি ঘৰ কামৰূপ জিলাত।

**অনাবৈষ্ণৱ কবি—কবীন্দ্ৰ, সঞ্জয়, ৰামপতি, পীতাম্বৰ:**— অসমীয়া ছাৰ ফিলিপ ছিদনি কবীন্দ্ৰ পাত্ৰ আৰু তেওঁৰ ৰচিত চমু পদ-মহাভাৰতখনি "বঙ্গভাষা ও সাহিত্য" লেখকে 'পৰাগলী মহাভাৰত' নাম দি চট্টগ্ৰামৰ ৰচিত বঙলা মহাভাৰত বুলিছিল; কিন্তু ১৯৩১ ত ধুবুৰীৰ ৺গৌৰীনাথ শাস্ত্ৰীৰ সম্পাদিত এই পুথিয়ে থৰচি মাৰি দেখুৱায় যে এই অষ্টাদশ পৰ্ব পদ-মহাভাৰতৰ কবি, যোদ্ধা আৰু ১৫৮০ খৃঃ লৈকে কোচৰজা নৰনাৰায়ণৰ মন্ত্ৰী আছিল; আৰু পঞ্চদশ শতিকাৰ আগভাগৰ মোগল সম্ৰাট হোছেন শ্বাহৰ সেনাপতি পৰাগল খাঁনৰ অনুৰোধ মতে এওঁ এই পুথি ৰচে। যদিও চট্টগ্ৰামবাসী পৰাগল খানে নিয়া ইয়াৰ কোনো নকল তাত ওলোৱা সম্ভৱ, তথাপি লিপি, ভাষা আৰু ব্যাকৰণ, সকলোতে এই পুথি হাড়ে-হিমেজুৰে অসমীয়া নিশ্চয়। এওঁৰ ভাব, ভাষা, ছন্দ সকলো বিতোপন।



সঞ্জয়ৰ ৰচিত পদ-মহাভাৰত ঘাইকৈ বিক্ৰমপুৰ, শ্ৰীহট্ট, ত্ৰিপুৰা, নোৱাখালি, চট্টগ্ৰাম, ফৰিদপুৰ, ৰাজসাহী প্ৰভৃতি ঠাইত পোৱা হৈছে বুলি "বঙ্গভাষা ও সাহিত্য" লেখকে কৈছে, আৰু এই মহাভাৰতৰ "গ্ৰাম্য ভাষা ও প্ৰাচীন বিভক্তিৰ জটিলতা অনেক স্থলেই বিৰক্তিকৰ" বুলিছে; কিন্তু তেওঁ দিয়া উদ্ধৃতিৰ পৰা এই পদ-মহাভাৰতো সহজ সুন্দৰ অসমীয়া বুলি বুজিব পাৰি। আঃ ১৫৯৩ খৃঃ ত ৰামপতি নামে এজনে "মাৰ্কণ্ডেয় চণ্ডী"ৰ এখনি পদ-ভাঙনি কৰে। ভৱানন্দ সাওদ (নাৰায়ণ ঠাকুৰ) ভাটিৰপৰা আহি চুন পোৰাত (বৰপেটাত) শ্ৰীশঙ্কৰদেৱক লগপাই বৈষ্ণৱ ধৰ্ম ধৰোতে পীতাম্বৰ নামে এজন অনা বৈষ্ণৱ কবিৰ ৰুক্মিণী-হৰণৰ পদ মাতি শুনোৱা আৰু শঙ্কৰদেৱে পীতাম্বৰক ধৰ্ম ধৰিবৰ যোগ্য লোক নহয় বুলি কোৱা কথা চৰিতত আছে। সম্প্ৰতি তেওঁৰ "উষা-পৰিণয়" কাব্যখন মাত্ৰ পোৱা হৈছে।

**শ্ৰীশঙ্কৰদেৱৰ জীৱনী:**—বিভিন্ন মতাৱলী আলোচনা কৰি শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ নগাঁৱৰ আলিপুখুৰীত ১৩৭১ শকৰ আহিনত আৰু তিৰোভাৱ কোচবেহাৰত ১৪৯০ শকৰ ভাদত হয় বুলি থিৰ কৰিব পাৰি। সৰুতে মাক সত্যসন্ধা আৰু পিতাক কুসুম্বৰ ঢুকুৱাত বুঢ়ীমাক খেৰসুতীৰ যত্নত শঙ্কৰদেৱ ডাঙৰ-দীঘল হয় আৰু দহ-বাৰ বছৰলৈকে পঢ়া-শুনা নকৰি খেমালিত মগ্ন থকাত তেওঁৰ কথামতেই পোনতে শিক্ষাত মন দিয়ে। আদি অৱস্থাৰ পৰাই বিদ্যা আৰু যোগ-সাধনত শঙ্কৰদেৱে অদ্ভুত মেধা আৰু অপূৰ্ব শাৰীৰিক শক্তিৰ পৰিচয় দিয়ে। সোতৰ বছৰত গুৰুগৃহত শিক্ষা সমাপ্ত কৰি শঙ্কৰদেৱ ঘৰলৈ ওলটে আৰু পিতাকৰ অকাল বিয়োগত ককাক সূৰ্য্যবৰ আৰু দুই খুৰাক জয়ন্ত আৰু মাধৱে চলোৱা শিৰোমণি ভূঞাৰ

বিষয় এই ডেকাগিৰিয়ে গ্ৰহণ কৰে। উনৈশ বছৰ বয়সত শঙ্কৰদেৱে চিহ্নযাত্ৰা নামৰ অঙ্ক (নাট) কৰি তাৰ যি ভাৱনা দেখুৱাইছিল, আৰু তাত মুগ্ধ হৈ মহেন্দ্ৰ কন্দলী আৰু ৰাম ৰাম গুৰু প্ৰভৃতি ব্ৰাহ্মণসকলে তেৰাক গুৰু মানি শৰণ লবলৈ বৰকৈ ইচ্ছা কৰাত একে ৰাতিতে "উদ্ধৱ সম্বাদ" পুথি ৰচি সেইসকলক শৰণ দিয়ে। কুৰি বছৰ বয়সত ভূঞাসকলক লৈ শঙ্কৰদেৱে নিজ পূৰ্ব্বপুৰুষৰ ঠাই টেম্বুৱানিলৈ যায় আৰু তাতে নিজে এটি নামঘৰৰ ভেটি তুলি নাম-ধৰ্ম্ম প্ৰচাৰৰ দিহা কৰে, আৰু সংসাৰৰ প্ৰতি বিতৃষ্ণাৰ ভাব দেখি বুঢ়ীমাকে তেৰাৰ তেইশ বছৰ বয়সত সূৰ্য্যৱতী নামে এটী কন্যাৰ লগত বিয়া পাতে। বিধিৰ বিড়ম্বনা, এটী কন্যা সন্তানৰ-জন্ম দিয়ে সূৰ্য্যৱতী ঢুকায়, আৰু সেই কন্যা মনুক সাত বছৰ বয়সত হৰি ভূঞালৈ বিয়া দি বৈৰাগ্য হেতুকে শঙ্কৰদেৱ বাৰ বছৰীয়া তীৰ্থ ভ্ৰমণত ওলাই যায়। নানা তীৰ্থ ফুৰি আহি শঙ্কৰদেৱে সদৌৰে অনুৰোধত দ্বিতীয় বাৰ বিয়া কৰায়, আৰু কছাৰী-আহোমৰ যুদ্ধত নগাঁও এৰি মাজুলিৰ বেলগুৰি আদিত বাৰ বছৰ কটায় আৰু তাতে মাধৱদেৱৰ লগত মণি-কাঞ্চন মিল হয়। তাৰ পাছত আহোম ৰাজ্য এৰি তেওঁ নামনি আৰু বৰপেটাৰ ফালে যায়, আৰু সেই অঞ্চলত কিছুকাল ধৰ্ম্ম প্ৰচাৰ কৰি কোচবেহাৰলৈ যায়, আৰু তাতে নশ্বৰ দেহ এৰে।

**কীৰ্ত্তন, ভাগৱত আৰু অন্যান্য কাব্য**:—উদ্ধৱ-সম্বাদৰ পাছতে হৰিশ্চন্দ্ৰ কাব্যকে শ্ৰীশঙ্কৰদেৱৰ প্ৰথম ৰচনা বোলে। কিন্তু কুৰি বছৰ বয়সত টেম্বুৱানিলৈ আহি নামঘৰ সাজি লৈয়ে "হৰিৰ ভকতি আতি কৰিৱে প্ৰবন্ধ। প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ॥"— যদিও অৰম্ভে প্ৰায় ত্ৰিশ খণ্ডৰ এই সম্পূৰ্ণ গ্ৰন্থখন ৰচিত হবলৈ নিশ্চয় বহুত বছৰ লাগিছিল আৰু তেৰাৰ জীৱন কালত ই সম্পূৰ্ণ



সংগৃহীতেই হৈ উঠা নাছিল। গতিকে বৰ্ত্তমান ছপা আৰু কিছুমান হাতেলিখা পুথিতো শ্ৰীশঙ্কৰদেৱৰ নিজা ৰচনাৰ বাহিৰে সহস্ৰনাম-বৃত্তান্ত আদি যি অন্য ৰচনা জোৰা দিয়া আছে, সি তেৰাৰ কিম্বা মাধৱদেৱৰ সময়ৰ কথাও নহয়। সি যিহওক, ভাগৱত আদি নানা পুৰাণৰ সাৰেৰে পদ, দুলৰী, ছবি, লেছাৰী, কুসুম-মালা, ঝুমুৰী আদি বিবিধ ৰিতোপন ছন্দত লিখা এই মহৎ গ্ৰন্থখনিয়ে অসমীয়া জাতীয় আৰু ধৰ্ম্মজীৱনত অতি ওখ ঠাই অধিকাৰ কৰে। ধৰ্ম্ম সম্পৰ্কত যেনেকৈ ইয়াত ক'তো সাম্প্ৰদায়িকতাৰ চেকা নাই, সাহিত্য বিষয়তো তেনেকৈ ইয়াত কাব্যৰ অলঙ্কাৰ বা ছন্দ শাস্ত্ৰৰ কোনো ফালৰ কোনো খুত নাই; গতিকে ধৰ্ম্মভাবৰ মহত্ত্ব আৰু সাহিত্য-সৌষ্ঠৱত মিল্টনৰ স্বৰ্গহৰণ বা পুনস্বৰ্গলাভ কাব্যতকৈ অসমীয়াৰ বাবে ই বহুত ওখখাপৰ গ্ৰন্থ। ইয়াৰ পাছত ৰুক্মিণীহৰণ কাব্য গুৰুজনা বেলগুৰিত থকা কালত ৰচা আৰু ডেকা বয়সৰ ৰচনা। ইয়াৰ বাহিৰে ভক্তি-প্ৰদীপ (গৰুড় পুৰাণ,) গুণমালা, লীলামালা, নিমি-নৱসিদ্ধ সম্বাদ, বৃহৎ-অজামিল উপাখ্যান, আৰু সংস্কৃত ভক্তিৰত্নাকৰ গ্ৰন্থ শ্ৰীশঙ্কৰদেৱে স্বকীয়াকৈ ৰচনা কৰে। উত্তৰাকাণ্ড ৰামায়ণ ৰচনাৰ উপৰিও গুৰুজনাই ভাগৱতৰ প্ৰথম, দ্বিতীয়, ষষ্ঠ, দশম, একাদশ আৰু দ্বাদশ স্কন্ধৰ ভাঙনিও বেলেগে কৰিছিল; আৰু তৃতীয় স্কন্ধৰ ভাগৱতৰ পৰা অনাদিপাতন আৰু অষ্টম স্কন্ধৰ পৰা বলিছলন আৰু অমৃতমন্থন কাণ্ড স্বাধীনৰূপে ৰচিছিল। আন কেই স্কন্ধও তেৰাই সেইদৰে উপযুক্ত কবিৰ হতুৱা ভাঙনি কৰাইছিল। উৎকল-মালা, কুৰুক্ষেত্ৰ, ৰাম-মালিকা, ৰুক্মিণীৰ প্ৰেম-কলহ ঘোষা আদি শঙ্কৰদেৱৰ নামত চলিত কিছুমান জাল পুথিও আছে।

**বৰগীত, অঙ্কীয়া নাট আৰু কথা :**—পূৰ্ব-শঙ্কৰী আৰু উত্তৰ-শঙ্কৰী অসমক যথাক্ৰমে পূৰ্ব-খৃষ্টান আৰু উত্তৰ-খৃষ্টান ইংলণ্ডৰ লগত উপযুক্তভাৱে তুলনা কৰিব পাৰি, কিয়নো খৃষ্টান ধৰ্মই ইংলণ্ডৰ ন-কৈ গঢ়ি তোলাৰ দৰে শ্ৰীশঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মই অসমক ন-কৈ গঢ়ি তুলিছিল। গুৰুজনাৰ পূৰ্বেও অসমত গীত-মাত আৰু অনুষ্ঠান আছিল, তেৰাই তাৰ যিখিনি সংশোধিত আৰু উন্নীত কৰি লব পাৰি, লবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল। বহুতৰ মতে প্ৰাক্ শঙ্কৰী ওজা-পালি আদি অনুষ্ঠানৰ পৰাই শঙ্কৰদেৱে নাম-কীৰ্ত্তন, গীত-নাট আদি নিজ প্ৰতিভা আৰু ধৰ্মভাবৰ গঢ়ত ন-কৈ গঢ়ি তুলিছিল; হলেও কিন্তু মহাপুৰুষৰ হাত পৰি সেইবোৰ যে একেবাৰে এক অভিনৱ আৰু ওখ সমতলৰ বস্তু হৈ পৰিছিল, সন্দেহ নাই। বৰগীতবোৰ তাৰ অন্যতম প্ৰমাণ আৰু 'বৰ' নামেই তাৰ শ্ৰেষ্ঠতাৰ অভ্ৰান্ত পৰিচয়। "বাৰকুৰি বৰগীত, তেৰকুৰি ফকৰা"ৰ কথা আমি সদায় শুনি আহিছো, আৰু বহুতৰ মতে গুৰুজনাই নিজে বাৰকুৰি বৰগীত ৰচিছিল; কমলা গায়ন বুলি বৰপেটাৰ ভকত এজন আঁওবাবলৈ নি বাহাত থওঁতে চ'তমহীয়া বন-জুয়ে ঘৰ পোৰাৰ লগত তাকো দাহ কৰাত—"গুৰুজনে খেদকৈ বোলে, বঢ়াৰ পো, অনেক শ্ৰমকৈ গীতখিনি কইলো, পুইলে। গীত কিছু কৰা, আমি নকৰো।" (গুৰুচৰিত)। সেইহে সম্প্ৰতি শঙ্কৰদেৱৰ গীতৰ লেখ মাধৱদেৱতকৈ তাকৰ। ব্ৰজবুলি মিহলি এই গীতবোৰ সঙ্গীত, সাহিত্য আৰু ধৰ্ম সকলো ফালৰ পৰাই অসমীয়াৰ শ্ৰেষ্ঠ সম্পদ। ইয়াৰ বাহিৰেও টোটয় চপয় আদি গীতো আছে। অসমীয়া নাট আৰু কথা-ৰচনাৰ সৃষ্টিও শ্ৰীশঙ্কৰদেৱৰে অন্যতম মহৎ অৱদান, আৰু ইউৰপীয় আৰু ভাৰতীয় সাহিত্যৰ ভিতৰতো উভয়েই প্ৰাচীন নিদৰ্শন। মহাকবি



শেক্সপীয়েৰে অমৰ কৰা গ্লব থিয়েটাৰ ১৫৯৯ ত হে স্থাপিত, কিন্তু প্ৰায় ১৪৬৮ খৃঃ ত বৰ্ত্তমানৰ দৰে চিত্ৰপট আঁকি শঙ্কৰদেৱে চিহ্নযাত্ৰা ভাৱনা দেখুৱাইছিল। মৈথিলী নাটক পুৰণি হলেও তাৰ কথা আদি সংস্কৃত; কিন্তু গুৰুজনাই ব্ৰজবুলি মিহলি অসমীয়াত সেই পঞ্চদশ শতিকাত গীত-নাট-কথা লিখিছিল। চিহ্নযাত্ৰা, পত্নীপ্ৰসাদ, জন্মযাত্ৰা পাৰিজাতহৰণ, ৰামবিজয়, কালীয় দমন, কেলী গোপাল বা ৰাসক্ৰীড়া, ৰুক্মিণীহৰণ, কংসবধ নাট শঙ্কৰদেৱে লিখিছিল।

**মাধৱদেৱৰ জীৱনী আৰু কাব্য-গীত-নাট :**—ৰবকণাগিৰি আৰু মনোৰমাৰ মিলনত উত্তৰ-লখীমপুৰ মহকুমাৰ নাৰায়ণপুৰ অঞ্চলৰ বালিগাঁৱত "চৌদ্ধশ আঘাৰ অব্দে জ্যৈষ্ঠ মাস নিশি।" মাধৱদেৱৰ আবিৰ্ভাৱ, আৰু ১৫১৮ শকৰ ভাদৰ কৃষ্ণা পঞ্চমীৰ বেলা ডেবপৰত কোচবেহাৰৰ ভেলা গাঁৱত তিৰোভাৱ হয়। গোবিন্দগিৰি, মহোদৰ আদি ৰবকণা গিৰিৰ আন নাম, আৰু তেওঁ আদিতে ভাটি ৰংপুৰৰ বান্দুকাত মজিন্দাৰ আছিল। মাধৱদেৱেও পিতাক ঢুকুৱাত সেই মজিন্দাৰি বিষয় আৰু বেহা-বেপাৰ আদি চলাই বৰ কষ্টেৰে পৰিয়াল পুহিছিল; পাছত ভনীয়েক উৰ্বশীক গয়াপাণি (পাছত ৰামদাস) ভূঞালৈ বিয়া দিয়ে। মাকৰ টান নৰিয়াৰ বাবে গোসানীৰ আগত বলি দিবলৈ আগ কৰা ছুটা ছাগলি গয়াপাণিয়ে আনি নিদিয়া প্ৰসঙ্গতে শঙ্কৰদেৱৰ লগত তেওঁৰ বাদ হয়, আৰু শাক্ত শাস্ত্ৰত প্ৰগাঢ় পণ্ডিত মাধৱদেৱ শেষত শঙ্কৰদেৱৰ কাষত তৰ্ক-যুক্তিত সৈমান হয়, আৰু তেওঁৰ বিয়ালৈ বুলি জোৰোণ পিন্ধোৱা কন্যাও পৰিত্যাগ কৰি শঙ্কৰদেৱত শৰণ লৈ চিৰকুমাৰ হৈ গুৰুৰ সেৱাতে জীৱন উছৰ্গা কৰে। গুৰুজনাৰ পিছতে অসমৰ ধৰ্ম আৰু সাহিত্য ক্ষেত্ৰত মাধৱদেৱৰ ঠাই অবিসম্বাদী। মাধৱদেৱৰ

নামঘোষা অসমৰ ধৰ্ম আৰু সাহিত্যৰ দ্বিতীয় কীৰ্তিস্তম্ভ। ইয়াৰ বাহিৰেও এওঁ জন্মৰহস্য, আদিকাণ্ড ৰামায়ণ, নাম-মালিকা, ৰাজসূয় যজ্ঞ, ভক্তি-ৰত্নাৱলী আদি মৌলিক আৰু ভাঙনি পুথি ৰচে। মাধৱদেৱৰ ৰচিত বৰগীতৰ লেখ যেনে সৰহ, গুণতো সেইবোৰ উত্তম। তেওঁৰ ৰচিত নাট চোৰধৰা, পিপৰা-গুচোৱা, ভূমি-লোটোৱা, ভোজন-ব্যৱহাৰ, অৰ্জ্জুন-ভঞ্জন, ৰাসঝুমুৰা, দধিমথন আৰু কোটোৰা-খেলা। গুৰুজনাৰ দৰেই এওঁৰ নাট, গীত আৰু কথা ব্ৰজবুলি মিহলি সুন্দৰ অসমীয়া। ইয়াৰ উপৰিও এওঁৰ ভটিমা আদি সুন্দৰ। শ্ৰীশঙ্কৰদেৱৰ দৰেই মাধৱদেৱৰ নামো কোনো কু-অভিসন্ধিসম্পন্ন লোকে অপব্যৱহাৰ কৰি তেওঁলোকৰ হীন ভাৱ সমাজত চলাবৰ চেষ্টা কৰে। আদি-চৰিত, গুপ্তমণি, অমূল্যৰত্ন আদি কেইখানো জাল পুথিত সেইদৰে এওঁৰ নাম পোৱা হয়; কিন্তু এইবোৰ যে মাধৱদেৱৰ ৰচনা নহয়, নিজেই তাৰ প্ৰমাণ দিয়ে।

**অনন্ত কন্দলী আৰু ৰামসৰস্বতী** :—কোনো কোনোৱে এই দুজন বৈষ্ণৱ কবিক একেজন পাতি প্ৰমাদত পৰে; তাৰ কাৰণ, দুয়ো সমান প্ৰতিভাশালী, শঙ্কৰভক্ত, হাজো নিবাসী বামুণ। প্ৰথমজনৰ আত্মপৰিচয়—"ৰত্নপাঠক নাম পণ্ডিত পৰম।...শ্ৰীহৰিচৰণ নামে তাহান সন্ততি। এতেকেসে ভৈল নাম শ্ৰীচন্দ্ৰ ভাৰতী॥ তৰ্কত লভিলা নাম অনন্ত কন্দলী। ভাগৱতে আচাৰ্য্য পদবী ভৈলা বলী॥" এৱেঁই স্বপ্নত আদেশ পোৱা মতে শঙ্কৰদেৱৰ উচ্ছিষ্ট-ভোজন-ৰূপে মধ্য-দশম, শেষ-দশম আদিৰ ভাঙনি কৰে বুলি কয়। তদুপৰি তেওঁ ৰামায়ণ পাঁচকাণ্ড, বৃত্ৰাসুৰ বধ, অভিমন্যুৰ যুদ্ধ, কুমাৰ-হৰণ, বৈষ্ণৱামৃত (ভক্তি-সাধন), মহীৰাৱণ বধ, জন্মৰহস্য, বৃহৎ স্যমন্ত-হৰণ কথাসূত্ৰ আদি অনেক গ্ৰন্থ ৰচে; তাৰ ভিতৰত ভক্তি-ৰসাত্মক



ৰামায়ণ ভাঙনি আৰু সুৱলা কুমৰ-হৰণৰ পদ-ভাঙনি বিশেষ প্ৰখ্যাত। দ্বিতীয় জনৰ আত্মপৰিচয়—"পিতৃ-মাতৃয়ে অনিৰুদ্ধ নাম থৈলা। কবিচন্দ্ৰ নাম মোৰ দেৱানে বুলিলা॥ ৰাম সৰস্বতী নাম নৃপতি দিলন্ত। ভাৰতৰ পদ মোক কৰা বুলিলন্ত॥" এৱেঁই শ্ৰীশঙ্কৰদেৱৰ নিৰ্দেশ আৰু মহাৰাজ নৰনাৰায়ণৰ আজ্ঞা অনুসৰি সংস্কৃত মহাভাৰত অসমীয়ালৈ ভাঙে। নৰনাৰায়ণৰ সভা-কবিৰূপে এওঁ যি ৰাজ-অনুগ্ৰহ লাভ কৰিছিল, নিজ ৰচনাত তাক সুন্দৰকৈ বৰ্ণাইছে। নৰনাৰায়ণ অকল বিদ্যোৎসাহী ৰজাই নাছিল, তেওঁ নিজে অতি বিদ্বান পণ্ডিত আছিল আৰু মহাভাৰতৰ ভাঙনিৰ বাবে ৰামসৰস্বতীলৈ কেইবা গাৰীও টীকা-ভাষ্যৰ গ্ৰন্থ নিজ পুথিভঁৰালৰপৰা পঠিয়াইছিল। এওঁ উদ্যোগ পৰ্ব, ভীষ্মপৰ্ব, বনপৰ্ব, দ্ৰোণপৰ্ব, অশ্বকৰ্ণৰ যুদ্ধ, যজ্ঞপৰ্ব, কালজঙ্ঘা বধ, খটাসুৰ বধ, লক্ষ্মী চৰিত্ৰ, ভীম চৰিত্ৰ, পাঞ্চালী বিবাহ, ব্যাধ চৰিত্ৰ, আদি পৰ্ব, সভা পৰ্ব, বিৰাট পৰ্ব, নাৰী পৰ্ব, অশ্বমেধ পৰ্ব, ব্যাসাশ্ৰম পৰ্ব, মণিচন্দ্ৰ ঘোষ, জয়দেৱৰ গীত-গোবিন্দৰ পদ-ভাঙনি আদি কৰে। এওঁৰ ৰচিত পদৰ সংখ্যা অতি অধিক আৰু তাৰ ভিতৰত ভীম-চৰিত আটাইতকৈ সৰবৰহী।

**ৰত্নাকৰ কন্দলী, শ্ৰীধৰ কন্দলী, সাৰ্বভৌম, গোবিন্দ মিশ্ৰ, বিদ্যাপঞ্চানন, কংসাৰি** :—কীৰ্ত্তনৰ অন্তৰ্গত বুলি ধৰা সহস্ৰনাম-বৃত্তান্ত ৰচয়িতা ৰত্নাকৰ কন্দলী বা সুকবি শেখৰকো বহুতে অনন্ত কন্দলী বুলিব খোজে; কোনোৱে আকৌ ৰত্নাকৰ মিশ্ৰকো এওঁৰে একে পাতিব খোজে। এনে কৰিবৰ কোনো হেতু বা যুক্তি আমি বিচাৰি নাপাওঁ দেখি, এওঁক এজন সুকীয়া কবি বুলিয়ে ধৰিছো। বিশেষকৈ দৈত্যাৰিৰ গুৰু-চৰিতত ৰত্নাকৰ কন্দলী নামে শঙ্কৰদেৱৰ এজন বামুণ শিষ্যই গীতা পাঠ কৰাৰ উল্লেখ আছে

হেতুকে। সি যি হওক, অনন্ত কন্দলীৰ দৰেই এওঁ যে শঙ্কৰদেৱৰ অতি প্ৰিয় শিষ্য আৰু অতি প্ৰতিভাশালী কবি, তাত সন্দেহ নাই। অনন্ত কন্দলীৰে বহুতে একে পতা আন এজন শ্ৰেষ্ঠ আৰু জনপ্ৰিয় বৈষ্ণৱ কবি হাজোৰ শ্ৰীধৰ কন্দলী। পূৰ্ববৰ্ত্তী কবি হৰিহৰ বিপ্ৰই ভঙা অশ্বমেধ পৰ্বৰ এৰোঁা ভাঙনি কৰে, আৰু ৰত্নাকৰ কন্দলীৰ সহস্ৰনাম-বৃত্তান্তৰ দৰে॥ এওঁৰো ঘুনুচা-যাত্ৰা কাব্য শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তনৰ অন্তৰ্গত বুলি সম্মান কৰা হয়। কিন্তু এওঁৰ অতি সৰবৰহী ৰচনা হৈছে কাণখোৱা নামৰ বিত্তোপন কবিতা ছুটি। সাৰ্বভৌম ভট্টাচাৰ্য্য শঙ্কৰদেৱৰ আন এজন পূৰ্বৰ ঘোৰ প্ৰতিদ্বন্দ্বী আৰু পাছৰ একান্ত অনুগত বামুণ শিষ্য। এওঁৰ ৰচিত বৃহৎ আৰু ক্ষুদ্ৰ স্বৰ্গখণ্ড পদ্ম-পুৰাণৰ ভাঙনি। সেই প্ৰসঙ্গতে তেওঁ আত্মজীৱনী আৰু শঙ্কৰদেৱৰ জীৱনী অতি সুৰলাকৈ লিখিছে। কোনোৰ মতে এওঁ নৰনাৰায়ণ ৰজাৰ সভা-পণ্ডিত আছিল আৰু এওঁৰ পত্নীয়েই বঙ্গদেশৰ প্ৰসিদ্ধ স্মাৰ্ত্ত পণ্ডিত ৰঘুনন্দন ভট্টাচাৰ্য্যক তৰ্কত ঘটুৱাই ৰজাৰ প্ৰশংসা পাইছিল আৰু তাৰ বাবেই অসমত ৰঘুনন্দনৰ মত আজিও অপ্ৰচলিত হৈ ৰল। গীতাৰ অসমীয়া পদ-ভাঙনি কৰোতা গোবিন্দ মিশ্ৰৰ পিতাক তাৰাপতি আৰু পূৰ্বপুৰুষ প্ৰাক্‌বৈষ্ণৱ পীতাম্বৰ চক্ৰৱৰ্ত্তীৰ পুতেক ভট্টনাৰায়ণ শঙ্কৰদেৱৰ পূৰ্বপুৰুষ চণ্ডিবৰৰ সমসাময়িক। ভীষ্মপৰ্বৰ অসমীয়া পদ-ভাঙনিত বিদ্যাপঞ্চানন নামে আৰু এজন বৈষ্ণৱ কবিৰ ভণিতা পোৱা হয় আৰু বহুতে এওঁক অনিৰুদ্ধ ৰামসৰস্বতীৰে একে পাতিব খোজে; স্বৰূপতে এওঁ, আৰু দক্ষিণ গো-গৃহ আৰু কিৰাত পৰ্ব ৰচয়িতা কংসাৰি বা পীতাম্বৰ কায়স্থ, প্ৰতিভাশালী আন দুজন বৈষ্ণৱ কবি।

**গোপাল আতা, গোপাল মিশ্ৰ, গোপাল দ্বিজ, দামোদৰদেৱ, দামোদৰ বিপ্ৰ, দামোদৰ দাস**:—বৈষ্ণৱ



সাহিত্যৰ কেবাজনো গোপালৰ ভিতৰত ভবানীপুৰীয়া গোপাল আতা বিশেষ প্ৰসিদ্ধ। এওঁৰ পিতাক কামেশ্বৰ আৰু মাক ব্ৰজাঙ্গী; আদি ঘৰ নাজিৰাৰ গড়গাঁৱৰ ওচৰত বুলি কয়। এওঁ মাধৱদেৱৰ শিষ্য, আৰু জন্মযাত্ৰা, নন্দোৎসৱ আৰু উদ্ধৱসম্বাদ নাট ৰচোঁতা; শাস্ত্ৰ-ব্যাখ্যাৰ পাণ্ডিত্যৰ বাবে লোকে এওঁক "কথাসাগৰ" বুলিছিল। গোপাল মিশ্ৰৰ ককাক হৰিবৰ আচাৰ্য্য, পিতাক বলদেৱ বা ধৰ্ম্মাই; জন্ম মালিপুৰত। কাব্যৰ ব্যুৎপত্তিৰ বাবে এওঁ কবিৰত্ন হৈছিল; এৱেঁই কামৰূপৰ উলুবাৰী আৰু খুদীয়া সত্ৰ পাতে বুলি কয়। এওঁৰে শিষ্য নিৰঞ্জনদেৱে ৰজা জয়ধ্বজসিংহক (১৬৫৪-৬৩) শৰণ লগায়। এওঁৰে আন এজন প্ৰসিদ্ধ শিষ্য বনমালীদেৱ। মাধৱদেৱৰ হাজাৰী ঘোষাৰ অনুকৰণত প্ৰায় ১৫৮৮ খৃঃত এৰোঁা গীতা-ভাগৱতৰ নানা শ্লোকৰ ভাঙনিৰে ঘোষা-ৰত্ন পুথি লিখে। ইয়াৰ বাহিৰেও এওঁ পৰধৰ্ম্ম নিৰূপণ, শঙ্খচুৰ বধ, মহিষাসুৰ বধ আদি পুথি লিখে। এওঁ নিজ ৰচনাত যথাক্ৰমে শঙ্কৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ আনুগত্য মানি লৈছে। গোপালচৰণ দ্বিজ কোচৰজা ৰঘুদেৱৰ (১৫৮৪-৯৩) কালৰ পণ্ডিত। বৰনগৰত এওঁৰ এখনি সংস্কৃত টোল আছিল আৰু তাত ভট্টদেৱৰ নিচিনা ছাত্ৰই শিক্ষা পাইছিল। এওঁ ভাগৱত তৃতীয় স্কন্ধ আৰু হৰিবংশৰ পদ কৰিছিল। এই তিনিজন গোপালৰ দৰে আমি তিনিজন দামোদৰৰ চিনাকি পাওঁহক। দামোদৰ দেৱৰ পিতাক সদানন্দ, মাক সুশীলা। শ্ৰীশঙ্কৰদেৱৰ নৱপ্ৰৱৰ্ত্তিত ধৰ্ম্মপ্ৰচাৰত এওঁৰ যি অৱদান, সাহিত্যত দুই এটি গীতৰ বাহিৰে তেনে একো নাই। দামোদৰ বিপ্ৰৰ মহাভাৰতৰ আদি পৰ্ব আৰু শল্য পৰ্বৰ ভাঙনি পোৱা হয়। এওঁ সম্ভৱ সপ্তদশ শতিকাৰ আগ ভাগৰ। মহাভাৰতৰ দ্ৰোণপৰ্বৰ ভাঙনিত দামোদৰ দাসৰ ভণিতা পোৱা হয়; এওঁ দামোদৰ বিপ্ৰ নে আন কবি সঠিক কোৱা টান।

**ৰামচৰণ, দৈত্যাৰি, ৰামানন্দ, অনিৰুদ্ধ, গজপতি, ভট্টদেৱ আদি** ঃ—শঙ্কৰদেৱ বা গুৰুচৰিত ৰচোঁতাসকলৰ ভিতৰত ৰামচৰণ অগ্ৰণী আৰু বিস্তৃত। পুতেক দৈত্যাৰিয়ে "নাহিকে আৰিসি" বুলি দ্বিতীয়খন গুৰুচৰিত লিখিছে; সম্ভৱ, কোনো বিশেষ কাৰণত পিতাকে লিখা চৰিতখন এওঁ বিচাৰি নাপাইছিল। ইয়াৰ উপৰি, ৰামচৰণে কংসবধ নাট, শঙ্কৰদেৱৰ ভক্তি-ৰত্নাকৰৰ পদ আৰু এখন টীকা-ভাষ্য লিখে; আৰু দৈত্যাৰিয়ে নৃসিংহ-যাত্ৰা নাট ৰচে। তৃতীয়জন শঙ্কৰ-চৰিত ৰচয়িতা ৰামানন্দ দ্বিজ, পিতাক শ্ৰীৰাম; এওঁ সপ্তদশ শতিকাৰ আগছোৱাৰ লেখক। গোপালদেৱৰ চৰিত এখনো এওঁ লিখে। চতুৰ্থ আৰু পঞ্চম স্কন্ধ ভাগৱত আৰু 'ধৰমৰ গীত'-সমূহত এজন অনিৰুদ্ধৰ ভণিতা আছে। দেখাতে এওঁ ৰাম সৰস্বতী নহয়, কিন্তু বিখ্যাত মায়ামৰা সম্প্ৰদায়ৰ প্ৰখ্যাত গুৰু অনিৰুদ্ধৰ কায়স্থ; এওঁ শঙ্কৰদেৱ-মাধৱদেৱৰ সম্পৰ্কীয়, আৰু তেওঁলোকৰ পৰম অনুৰক্ত। "আদিচৰিত" নামৰ দুষ্ট জাল-পুথিৰ পৰাই এওঁৰ সম্পৰ্কে বহুত ভ্ৰান্ত ধাৰণা সমাজত বদ্ধমূল হৈছিল; সৌভাগ্যক্ৰমে তেওঁৰ বংশধৰ চিদানন্দদেৱৰ ৰচিত অনিৰুদ্ধৰ জীৱনী-খনি প্ৰকাশিত হোৱাৰ পৰা সেই অমূলক ধাৰণাবোৰ আঁতৰিছে। পুৰুষোত্তম গজপতিৰ দীপিকাচন্দ্ৰ পুথিত তাৰ ৰচয়িতাজনে নিজকে অযোধ্যাৰ ৰজা শ্ৰীৰামচন্দ্ৰৰ নাতি বুলি চিনাকি দিয়াত, অযোধ্যা এৰি অসমৰ জিতাৰি বংশৰ ৰামচন্দ্ৰ আদিক বিচৰা বাবে নানা বেমেজালিৰ সৃষ্টি হৈছিল; স্বৰূপতে এই পুৰুষোত্তম গজপতিৰে নাম-মালিকা পুথিৰ মাধৱদেৱে ভাঙনি কৰাৰ দৰে, পঞ্চদশ শতিকাৰ শেষ-ভাগৰ উড়িষ্যাৰ এই লেখকজনৰ কোনো পুথি অসমলৈ আনি কোনোবাই বৈষ্ণৱ যুগত ভাঙনি কৰিছিল। বৈকুণ্ঠনাথ ভট্টদেৱ (১৫৫৮-১৬৩৮)



এই যুগৰ শেষ শ্ৰেষ্ঠ প্ৰতিভা বুলিব পাৰি। এওঁৰ ঘৰ বৰনগৰত; এওঁ দামোদৰদেৱৰ শৰণ লৈছিল। এওঁৰ ৰচিত কথাভাগৱত, কথাগীতা অসমীয়া গদ্যৰ যথেষ্ট উৎকৰ্ষৰ প্ৰমাণ। তদুপৰি ভক্তি-ৰত্নাৱলী আৰু সাত্বত-তন্ত্ৰৰ কথা-ভাঙনি, ভক্তিসাৰ, ভক্তিবিৱেক, শৰণ সংগ্ৰহ আদি সংস্কৃত গ্ৰন্থও এওঁ ৰচে। বিষ্ণুভাৰতী, পৃথুৰাম দ্বিজ, গোপীনাথ, দ্বিজ, গোবিন্দ দাস, কৃষ্ণভাৰতী, কৃষ্ণ আচাৰ্য্য, আদি আৰু বহুত লেখক এই যুগৰ।

---

# ৪ৰ্থ অধ্যায়-উত্তৰবৈষ্ণৱ যুগ (১৬৫৬-১৮২৬)

**বেলিমাৰৰ বুৰঞ্জী**—এই যুগ অসম-বুৰঞ্জীত আহোম আৰু ভাৰত-বুৰঞ্জীত মোগলৰ ক্ৰমপতন আৰু ইংৰাজ ৰাজত্বৰ ক্ৰমবিস্তাৰৰ কাল। পুৰণি কামৰূপৰ কোচ, কছাৰী, চুটিয়া আদি ৰাজ্য ধ্বংস হোৱাৰ পাছত আহোমৰ (চুতাম্লা) জয়ধ্বজসিংহৰ ৰাজত্বত (১৬৪৮-৬৩) এই যুগ আৰম্ভ হয়। ১৬৫৮ত মোগল ৰজা শ্বাজাহান নৰীয়া পৰাত, জয়ধ্বজৰ লগলাগি আগৰ কোচ ৰজা প্ৰাণনাৰায়ণে কোচৰ কান্ধৰ পৰা মোগল শাসনৰ যুৱলি পেলাবলৈ যত্ন কৰিছিল; কিন্তু জয়ধ্বজে নিজে কোচ আৰু মোগল ৰাজ্য আক্ৰমণ কৰিলে, আৰু আলমগীৰনামা মতে, বহুত হিলৈ, বৰটোপ আৰু ঘোঁৰা আদি এৰি থৈ মোগল ফৌজদাৰ ঢাকালৈ পলাই যোৱাত সেইবোৰ বুটলি লৈ অসমীয়া সৈন্যই খেদি গৈ ঢাকালৈকে গোটেই দেশ উজাৰ কৰিলে।

ছুজা কোঁৱৰ আৰাকানলৈ পলাই যোৱাত মিৰজুম্লা সেনাপতি হৈ কোচ ৰাজ্য পুনৰ জয় কৰিবলৈ আহি দেখে, প্ৰাণনাৰায়ণ ভুটানলৈ পলাল। ১৬৬২ ৰ ৪ জানুৱাৰীত পৰ্টুগীজ আৰু আন ইউৰপীয় বিষয়াৰ নেতৃত্বত নৌবাহিনীৰ ভাৰ দি অসম আক্ৰমণ কৰিবলৈ মিৰজুমলা ব্ৰহ্মপুত্ৰই উজাই আহিল। অসমীয়া সৈন্যৰ ভীষণ প্ৰতিৰোধৰ ফলত ১৬৬৩ ৰ ৩০ মাৰ্চত এই আক্ৰমণ শিপাই সৈতে উঘালি পেলোৱা হল। আকৌ পাছৰ জনা ৰজা চক্ৰধ্বজ সিংহৰ (১৬৬৩-৬৯), কালত পাছৰ জন মোগল সম্ৰাট ঔৰংজীয়ে (১৬৫৮-১৭০৭) ১৬৬৯ৰ ফেব্ৰুৱাৰীত, ৰামসিংহৰ সেনাপতিত্বত, অসম আক্ৰমণৰ বাবে এক বিপুল মোগল বাহিনী পথায় আৰু অসমীয়া সেনাপতি লাচিত বৰফুকনৰ সেনাপতিত্বত বিখ্যাত শৰাইঘাটৰ যুদ্ধত সেই বছৰৰে এপ্ৰিলত আক্ৰমণকাৰীবোৰ ঘাটি পলাই যায়। ১৬৮২ত গদাধৰ সিংহৰ ৰাজত্বত (১৬৮১—৯৬) মুছলমানৰ সপ্তদশ আৰু শেষ আক্ৰমণ ধ্বংস হয়। তাৰ পাছত ৰুদ্ৰসিংহ (১৬৯৬—১৭১৪) ৰজা হৈ কছাৰী জয়ন্তীয়া আদি ৰাজ্য পুনৰুদ্ধাৰকাৰী চিলাৰায়ৰ দৰে বঙ্গদেশ জয় কৰিবৰ চেষ্টা কৰোঁতেই ১৭১৪ৰ আগষ্টত গুৱাহাটীত ঢুকায়। তেওঁৰ পাছৰ দুৰ্ব্বল ৰজাসকল, মায়ামৰা বিদ্ৰোহ, মানৰ আক্ৰমণ আদিৰ ফলত ১৮২৬ৰ ২৪ ফেব্ৰুৱাৰীত য়াণ্ডাবু সন্ধিমতে অসম ইংৰাজৰ হাতলৈ যায়।

**মায়ামৰা জন-আন্দোলন :**—অসমত বৈষ্ণৱ ধৰ্ম্মৰ আগমন ইমান মঙ্গলসূচক হোৱা সত্বেও, সেই সময়ৰ গুৰুঘৰ আৰু ৰজাঘৰে তাক স্বৰূপভাৱে গ্ৰহণ কৰিব নোৱাৰিছিল। শ্ৰীশঙ্কৰদেৱে, মাধৱদেৱ আদিয়ে এনে নানা কাৰণতে পূব-কামৰূপ এৰি পছিম কামৰূপৰ কোচবেহাৰত নৰনাৰায়ণ ৰজাৰ আশ্ৰয় বিচাৰিব লগা হৈছিল। ছাৰ গেইটৰ ভাষাৰে, 'গদাধৰ সিংহই যি পাশৱিক কঠোৰতাৰে বৈষ্ণৱ সম্প্ৰদায়ক নিৰ্মূল কৰিবৰ যত্ন কৰিছিল, তাক সামৰি ৰা কোমলাই থব পৰা অসম্ভৱ।' তেওঁৰ পুত্ৰেক ৰুদ্ৰসিংহক (১৬৯৬—১৭১৪) ডাঙৰ ৰজা বুলিলেও, তেওঁৰো মানসিক দুৰ্ব্বলতা নোহোৱা বুলিব নোৱাৰি; আৰু এনে এক দুৰ্বলতাৰ দূৰগামী পৰিণামেই অসমৰ পতনৰ ঘাই গুটি পচালে। ভাটি বয়সত ধৰ্ম্মভাবপ্ৰৱণতা বঢ়াত তেওঁ নিয়মিতৰূপে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিব খুজিলে; কিন্তু তেওঁৰ অহম্মিকাৰ হেতুকে, প্ৰকৃত সন্ত হলেও তেওঁৰে প্ৰজা এজনৰ ওচৰত মূৰ দোঁওৱা কথাত জিকাৰ খাই উঠি এক হুমঠালিত তেওঁ বঙ্গৰ শাক্ত-মহন্ত কৃষ্ণৰাম ভট্টাচাৰ্য্যক মতাই অনালে। পিছৰ হুমঠালিত তেওঁকো সাধাৰণ ছুঠেভীয়াৰ দৰে দেখিয়ে হবলা ওলোটাই পঠিয়ালে; কিন্তু ইতিমধ্যে এটা ভুইকঁপ হৈ কেবাটাও মঠ-মন্দিৰ ভঙা দেখি কৃষ্ণৰামৰ খঙতে তেনে হৈছে বুলি ভাবি তৃতীয় হুমঠালিত তেওঁক পুনৰ মতাই অনাই তেওঁৰ হতুৱা কোঁৱৰ আৰু বামুণ বিষয়াসকলক দীক্ষা দিয়ালে। অসমীয়াৰ নীচাত্মিকাৰ বুৰঞ্জীৰ এয়ে প্ৰথম অধ্যায় আৰু অসমৰ পতন-নাটৰ এয়ে প্ৰস্তাৱনা। ৰুদ্ৰসিংহৰ পাছত পুত্ৰেক শিৱসিংহ (১৭১৪—৪৪) ৰজা হৈয়ে তেওঁৰ গুৰু কৃষ্ণৰামক অকল কামাখ্যা মন্দিৰ চলাই খাবলৈকে দি সন্তুষ্ট নহৈ, অসমৰ নানা ঠাইত উভৈনদীকৈ মাটি-ভেটি দি থাপিলে। তেওঁ বামুণ পণ্ডিতসকলে শিৱসিংহৰ ছত্ৰভঙ্গ যোগ পৰিছে বুলি ভয়খুৱাই দিয়াত ৰাজছত্ৰ দি ফুলেশ্বৰীক 'বৰৰজা' পাতি এফালে নিজে যেনেকৈ লোক-ইাহিয়াতৰ পাত্ৰ হল, আনফালে তেনেকৈ ফুলেশ্বৰীৰ হতুৱাই মহাপুৰুষীয়া মহন্তসকলক অপমান আৰু অত্যাচাৰ কৰাই মায়ামৰা বিদ্ৰোহ মাতি আনি ৰজাঘৰ প্ৰজাঘৰ চাৰখাৰ কৰাই অসমক পতনৰ ঠিয়গড়াত এৰিলে। বৈষ্ণৱ ধৰ্ম আন্দোলনৰ দৰে মায়ামৰা বিদ্ৰোহ অসম-বুৰঞ্জীৰ গৌৰৱ-উজ্জ্বল একমাত্ৰ মহৎ জন-আন্দোলন।

**কথা-সাহিত্য আৰু বুৰঞ্জী ঃ**—এই যুগ ইংৰাজী সাহিত্যৰ ৰেষ্টৰেশ্বন ( ১৬৬০—১৭০০ ) যুগৰ আৰু অষ্টাদশ শতিকাৰ (১৭০০—১৮০০) সমবয়সীয়া। এই যুগৰ ইংৰাজী সাহিত্যত যেনেকৈ ৰেনেছেঞ্চৰ ভাবৰ ঐশ্বৰ্য্য আৰু প্ৰাচুৰ্য্যৰ অভাৱ, আৰু এলিজাবেথ যুগৰ স্বদেশ-প্ৰেম আৰু সৃজনী শক্তিৰ নাটনি, আৰু পিউৰিটান যুগৰ নৈতিক আগ্ৰহ আৰু ব্যক্তিগত উৎসাহৰ অনাটন লক্ষ্য কৰিব পাৰি; অসমীয়া সাহিত্যতো সেইদৰে শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, ৰামসৰস্বতী, অনন্তকন্দলী ভট্টদেৱ আদি কাব্য, গীত-নাট আৰু কথাবো ওখ শাৰীৰ শিল্পীসকলৰ শস্য দাই-চপাই অনাৰ পাছত, ক্ষেত্ৰৰ উৰ্ব্বৰতা হৰি যোৱাৰ নিচিনাকৈ দ্বিতীয় শ্ৰেণীৰ শিল্পীসকলে মাত্ৰ এই যুগত তাল ৰাখি আছিল। সমসাময়িক ইংৰাজী সাহিত্যৰ দৰে এই যুগৰ অসমীয়া সাহিত্যৰ গৌৰৱৰ নিদৰ্শন কাব্য নহয়, কথাহে; আৰু অকল কথা-ভাগৱত, কথা-গীতা বা কথা-ৰামায়ণ, কথা-ঘোষাৰে বৈষ্ণৱ-গদ্যই নহয়, কিন্তু ছাৰ গ্ৰীয়াৰ্ছনে বৰ্ণোৱা মতে সদৌ ভাৰতীয় সাহিত্যই সাধাৰণতে যি বিষয়ত দুখীয়া, সেই বুৰঞ্জী বিষয়ত অসমীয়া সাহিত্য এই যুগতে অতি সমৃদ্ধিশালী হৈ উঠে। পঞ্চদশ শতিকাৰ শেষ ছোৱাৰ পৰা শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ প্ৰভৃতিয়ে অঙ্কীয়া নাটত যি গদ্য আৰম্ভ কৰিলে আৰু ষোড়শ শতিকাৰ শেষ ছোৱা মানৰ পৰাই ভট্টদেৱ আদিয়ে সাহিত্যৰ ঘাই সজুলিৰূপে যি গদ্য ব্যৱহাৰ কৰিছিল, এই যুগৰ ৰঘুনাথ মহন্ত আদিয়ে বৈষ্ণৱ সাহিত্যত তাৰেই উৎকৰ্ষ-সাধনৰ চেষ্টা কৰিলে। বুৰঞ্জী লিখা নিয়ম আহোমসকলেই অসমত সুমাইছিল, কিন্তু ঠিক কোন সময়ৰ পৰা তেওঁলোকে অসমীয়াত লিখিছিল নিৰ্ণয় কৰা টান। ঘাইকৈ, সাধাৰণতে এই বুৰঞ্জীবোৰত লেখকৰ নাম বা ৰচনাৰ-কাল ভালদৰে নথকাত, কেৱল অনুমানৰ



ওপৰত নিৰ্ভৰ কৰিব লগা হয়। সম্ভৱ অন্ততঃ সপ্তদশ শতিকাৰ আগ ছোৱাৰ পৰাই অসমীয়াত বুৰঞ্জী লিখা হৈছিল, কিয়নো এই ভাষা আয়ত্ত কৰিবলৈ তেওঁলোকৰ তিনি চাৰিশ বছৰৰ সৰহ নালাগিছিল। চৰিতপুথি আৰু বংশাৱলীও এই যুগৰ বিশিষ্ট দান।

**অনন্ত ঠাকুৰ আৰু ৰামমিশ্ৰ ঃ**—সুবিধাৰ বাবে ভট্টদেৱৰ মৃত্যুৰ পাছৰ পৰা স্বৰূপতে ভাগ কৰিলেও, এই দুই যুগৰ মাজত কোনো সীমা-ৰেখা নাই আৰু এই যুগ বৈষ্ণৱ যুগৰে বিস্তাৰ মাথোন। উদাহৰণৰূপে, শ্ৰীৰামকীৰ্ত্তন পুথিৰ শেষ ছোৱাত অনন্ত ঠাকুৰ বা হৃদয়ানন্দ কায়স্থৰ ভণিতা পোৱা হয় আৰু "অশ্বমুনি বাণ চন্দ্ৰ শকত। অঘ্ৰণে দ্বিতীয় শুক্লপক্ষত। শ্ৰীৰাম কীৰ্ত্তন ভৈল উপসাম। অনন্তে কহে বোলা ৰাম ৰাম॥" অৰ্থাৎ ১৫৭৭ শক বা ১৬৫৫ খৃঃত অনন্তই শ্ৰীৰামকীৰ্ত্তন সমাপ্ত কৰে। শ্ৰীশঙ্কৰদেৱৰ নবীন সমসাময়িক অনন্ত কন্দলী নিশ্চয় ইমান দিনলৈ জীয়াই নাছিল; গতিকে এওঁ নিশ্চয় বহুত পৰবৰ্ত্তী আন অনন্ত ঠাকুৰ। "গুৰুচৰিত"ৰ মতে শঙ্কৰদেৱৰ শিষ্য ব্যাস কলাইৰ এজন পুতেক হৃদয়ানন্দই পদ গাই গুৰুজনাক আনন্দ দিছিল; তেৱোঁ এই অনন্ত ঠাকুৰ নহয় যেন লাগে। শ্ৰীৰামকীৰ্ত্তনৰ অনন্ত ঠাকুৰৰ আত্মপৰিচয় আৰু কালশিলা গোঁসাইৰ বংশাৱলী মিলাই চাই, শঙ্কৰদেৱৰ ভ্ৰাতৃ-পৌত্ৰী ৰামৰায়ৰ আজোনাতিনীয়েক বিষ্ণুপ্ৰিয়াৰ পুতেক হৃদয়ানন্দই অনন্ত ঠাকুৰ বুলি বুজিব পাৰি—'হৃদয়ানন্দক অনন্ত বোলয়।' এওঁৰ পিতাক যদুগিৰি। ৰামকীৰ্ত্তন সমাপ্ত হোৱা কালত এওঁ বৰদোৱা সত্ৰৰ অধিকাৰ আছিল বুলি কয়। আদিতে এওঁ বৰপেটাৰ ওচৰৰ বাৰাদিৰ পৰা নগাঁৱলৈ আহে আৰু মায়ং অঞ্চলত ধৰ্মপ্ৰচাৰ কৰি তাতে কালশিলা সত্ৰ পাতে। এওঁ 'প্ৰেম-লতা' নামে আৰু এখন পুথি ৰচে আৰু

এওঁৰ পুতেক ভুবনেশ্বৰে আহোম ৰজা ৰাজেশ্বৰ সিংহৰ পৰা (১৭৫১-৬০) ৭০০ পুৰা ধৰ্মোত্তৰ মাটি পায়। সেইদৰে ৰামসৰস্বতীৰ ভীষ্মপৰ্ব্বৰ পদৰ লগত 'হিতোপদেশ' 'পুতলা চৰিত্ৰ' আদিৰ পদ ৰচয়িতা ৰামমিশ্ৰৰ ভণিতাও পোৱা হয়; এওঁ জয়ধ্বজসিংহৰ (১৬৫৪-৬৩) সমসাময়িক। ৰামমিশ্ৰৰ পূৰ্ব্বপুৰুষ কলাপচন্দ্ৰ দ্বিজ; তেওঁৰ পুতেক হৰিভাৰ্থী, তেওঁৰ পুতেক মাধৱ কন্দলী (পৰৱৰ্ত্তী,) তেওঁৰ পুতেক ৰামমিশ্ৰ।

**ৰঘুনাথ, ৰামনাথ, ৰামচন্দ্ৰ, কেশৱদেৱ :—**১৬৫৮ খৃঃত ৰচিত ৰঘুনাথৰ কথা-ৰামায়ণ ভট্টদেৱৰ কথা-গীতা আদিৰ দৰে অসমীয়া কথা-সাহিত্যৰ অন্যতম কীৰ্ত্তিস্তম্ভ; এতিয়ালৈকে ইয়াৰ প্ৰথম চাৰি কাণ্ড মাত্ৰ পোৱা হৈছে। কথা-ৰামায়ণৰ উপৰিও এওঁ শত্ৰুঞ্জয় আৰু অদ্ভুত-ৰামায়ণ নামে দুখন পদ-পুথি লিখে। ৰঘুনাথৰ পিতাক কৃষ্ণনাথ আৰু ককাক হৰিকৃষ্ণ, দয়াং এলেঙী সত্ৰ পাতোঁতা; তীৰ্থলৈ যাওঁতে শঙ্কৰদেৱৰ শৰণ লৈ "বৰভকত" উপাধি পোৱা সত্যানন্দ মহন্ত ৰঘুনাথৰ উপৰি ষষ্ঠ পুৰুষ। এই বৰভকতৰ বংশৰ আৰু এজন লেখক ১৭০৮ খৃঃ মানত সন্ত-মুক্তাৱলী ৰচোঁতা, তেজপুৰৰ বৰকলা সত্ৰ পাতোঁতা, বৰগঞা গোসাঁইৰ পূৰ্বপুৰুষ, ৰামনাথ মহন্ত। শৰণৰ পাছত বৰভকতক একাদশ স্কন্ধ পুথিখন দি সৰ্ব্বসাধাৰণৰ মাজত ভক্তি-ধৰ্ম প্ৰচাৰিবলৈ আৰু নিজ চাৰি পুত্ৰক শৰণ লগাবলৈ গুৰুজনাই কেনেকৈ আদেশ দিছিল "সন্ত-মুক্তাৱলী"ত বৰ্ণোৱা আছে। বৰভকতৰ এই চাৰি পুতেক যথাক্ৰমে জয়কৃষ্ণ, শ্ৰীকৃষ্ণ, ত্ৰাহিকৃষ্ণ, মহাকৃষ্ণ; এই সুমলীয়া জনৰে পুতেক ৰামচন্দ্ৰ আৰু আজো-নাতিয়েক ৰামনাথ। মহাপুৰুষৰ ঘোষা-কীৰ্ত্তনৰ অনুকৰণত প্ৰায় ১৬৮১ খৃঃত হয়গ্ৰীৱ-মাধৱ আৰু ১৬৮৬ খৃঃৰ আহিন



গড়গাঁৱত থাকি যোগিনীতন্ত্ৰ পদ-পুথি ৰচোঁতা ৰামচন্দ্ৰ বৰপাত্ৰৰ ঘৰ শিৱসাগৰ নগৰৰ উত্তৰ-পূবে থকা দিলীহ নৈৰ কাষৰ কেন্দুগুৰিত। উৰ্ব ঋষিয়ে হয়াসুৰ বধৰ বাবে বিষ্ণুক আৰাধনা কৰা, বিষ্ণুৱে হয়গ্ৰীৱ ৰূপেৰে হয়াসুৰক বধ কৰাৰ পাছত উড়িষ্যাৰ ইন্দ্ৰদ্যুম্ন ৰজাই সাগৰত উটি অহা দাৰু কাঠৰপৰা কেনেকৈ শ্ৰীক্ষেত্ৰত জগন্নাথ মূৰ্ত্তি থাপিলে, আৰু শেষত সেই দাৰুৰে এটি অংশ আনি উৰ্বই হাজোৰ মণিকুট পৰ্বতৰ ওপৰত হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি থাপিলে, সকলো এই পুথিত সুন্দৰকৈ বৰ্ণোৱা আছে। ৰামৰায়ৰ নাতিয়েক কেশৱদেৱেও সম্ভৱ ১৭৪৬-৫৩ত সপ্তম আৰু নৱম স্কন্ধ ভাগৱতৰ ভাঙনি কৰে; ভণিতাত তেওঁৰ নিজ চিনাকি আৰু টীকা-ভাষ্যৰ প্ৰমাণ পোৱা হয়।

**কবিৰাজ চক্ৰবৰ্ত্তী, ৰুদ্ৰসিংহ, শিৱসিংহ, অনন্ত আচাৰ্য্য, শুভনাথ, ৰুচিনাথ, বিদ্যাচন্দ্ৰ, শিষ্ট ভট্টাচাৰ্য্য আদি :—** কোচ ৰজা নৰনাৰায়ণৰ দৰে আহোম ৰজা ৰুদ্ৰসিংহ আৰু শিৱসিংহয়ো সাহিত্যৰ পৃষ্ঠপোষকতা কৰিবৰ চেষ্টা কৰাৰ চিনো কবিৰাজ চক্ৰবৰ্ত্তীৰ ৰচিত গ্ৰন্থত পোৱা হয়। সৰহ কি, 'গীতৰ পুথি' বোলা পুৰণি সংগ্ৰহ এটিত কবিৰাজ চক্ৰবৰ্ত্তীৰ নিজা ৰচনাৰ উপৰিও ৰুদ্ৰসিংহ আৰু শিৱসিংহ নামৰ দুই-চাইটি গীতো পোৱা হৈছে। ডাক সৰস্বতীৰ পুতেক এই কবিৰাজ চক্ৰবৰ্ত্তীৰ নিজ নাম ৰামনাৰায়ণ, এৱেঁ সংস্কৃতত বিহু-উৎসৱৰ এটি বিতোপন বৰ্ণনা লিখে। কবিৰাজে ভাস্বতি নামে সংস্কৃত জ্যোতিষ শাস্ত্ৰ এখনিৰ কথা-ভাঙনি কৰে। এই পুথি জোন, বেলি, তৰা আদিৰ স্থান নিৰূপণত আৰম্ভ কৰি চন্দ্ৰগ্ৰহণ-সূৰ্য্যগ্ৰহণত শেষ কৰা হৈছে। ৰাজকোঁৱৰসকলৰ শিক্ষাৰ বাবে ৰুদ্ৰসিংহই পোনতে এই পুথি লিখোৱা সম্ভৱ। ভণিতাত লিখামতে ৰজা শিৱসিংহ আৰু "বৰ ৰজা" ফুলেশ্বৰীৰ (মৃত্যু ১৭১৭ খৃঃ)

আদেশ অনুসৰি কবিৰাজে ১৭১৪ খৃঃ মানত শঙ্খচূড় বধ আৰু গীত গোবিন্দৰ পদ, আৰু সেই ৰজা আৰু ৰাণী প্ৰমথেশ্বৰীৰ (ঘনকান্তিৰ) আদেশ মতে ১৭১৮ খৃঃ মানত ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ কৃষ্ণজন্ম খণ্ডৰ পদ কৰে। এই ৰজা আৰু ৰাণীৰ আদেশত ১৭১৮ খৃঃ মানতে অনন্ত আচাৰ্য্য নামে কবিয়েও আনন্দ-লহৰী কাব্য লিখে; তাৰ সৌমাৰ আৰু ৰংপুৰৰ বিৱৰণ মনোৰম। শিৱসিংহৰ আমোলতে ১৭২০ খৃঃ মানত শুভনাথ দ্বিজে ধৰ্ম-সংবাদৰ পদ ৰচে; ধৰ্মৰাজ যমে চণ্ডালৰ বেশেৰে পুতেক যুধিষ্ঠিৰক কৰা প্ৰশ্ন আদিৰ বৰ্ণনা ইয়াত সুন্দৰভাৱে দিছে। ৰংপুৰত কৃষ্ণাচাৰ্য্য আৰু ৰুক্মিণীৰ পুতেক ৰুচিনাথ কন্দলীয়ে ১৭৫৫ খৃঃ মানত কল্কিপুৰাণ আৰু ১৭৫৯ ত মাৰ্কণ্ডেয় চণ্ডীৰ পদ কৰে। মধুসূদন মিশ্ৰয়ো মাৰ্কণ্ডেয় চণ্ডীৰ পদ ৰচিছিল। বিদ্যাচন্দ্ৰ শ্ৰীকবিশেখৰ ভট্টাচাৰ্য্যই ১৭৬০ খৃঃত ৰাজেশ্বৰ সিংহৰ পুতেক চাৰুসিংহ আৰু বোৱাৰীয়েক প্ৰেমদাৰ আজ্ঞামতে হৰিবংশৰ পদ কৰে। শিষ্ট ভট্টাচাৰ্য্যৰ শিশুপাল বধ আৰু কবিৰাজ বিপ্ৰৰ শিয়াল-গোসাঁই পুথি এই যুগৰে।

**কথা-ৰচনা—ধৰ্ম, বিজ্ঞান, বুৰঞ্জী:**—ৰঘুনাথৰ কথা-ৰামায়ণৰ দৰে কোনো অজ্ঞাত লেখকৰ ৰচিত কথা-ঘোষা (নামঘোষাৰ কথা, নকলৰ কাল ১৬৩৭ শক), আৰু আন এজন অজ্ঞাত লেখকৰ সাত্বত-তন্ত্ৰ কথা-পুথি এই যুগৰ বৈষ্ণৱ গদ্যৰ বিশেষ গ্ৰন্থ। সেইদৰে সংস্কৃত হৰগৌৰী সম্বাদ, পদ্মপুৰাণ, কামৰত্ন তন্ত্ৰ, শ্ৰীহস্তমুক্তাৱলী আদি আন চাৰি-পাঁচখন ধৰ্মপুথিৰ কথা-ভাঙনিও এই যুগৰে বিশিষ্ট দান। কবিৰাজ চক্ৰৱৰ্ত্তীৰ ভাস্বতীৰ (১৬৯৫ খৃঃ) দৰে কাশীনাথৰ অঙ্কৰ আৰ্য্যা কথা-পুথি আদিৰ উপৰিও, ১৭৩৪ খৃঃত ৰজা শিৱসিংহ আৰু ৰাণী অম্বিকাৰ আদেশত সুকুমাৰ বৰকাঠে কথা-ৰচনাত আৰু



দিলবৰ আৰু দোষাই নামৰ শিল্পীয়ে চিত্ৰেৰে সুবিখ্যাত হস্তী-বিদ্যাৰ্ণৱ পুথি যুগুত কৰি হাতীৰ জাতি, ৰোগ, চিকিৎসা আদি বিশেষৰূপে বৰ্ণাইছে। সেইদৰে, সম্ভৱ ১৭৪০ খৃঃ মানত কোনো অজ্ঞাত লেখকে ঘোৰা-নিদান কথা-পুথিত ঘোৰাৰ জাতি, ৰোগ চিকিৎসা আদি বিৱৰণ দিছে। 'পুৰণি অসম বুৰঞ্জী' বুলি ১৮৫০ ৰ আগষ্টৰপৰা ১৮৫২ ৰ আগষ্টলৈকে "অৰুনোদই" কাকতত এখন বুৰঞ্জী একে লেখাৰিয়ে ওলাইছিল। আতন বুঢ়াগোহাঁই ৰাজমন্ত্ৰীয়ে (১৬৬২-৭১) আদিৰেপৰা ১৬৪৮ লৈ, "বাঁহগৰীয়া বুঢ়াগোহাঁই বুৰঞ্জী" প্ৰভৃতি কেইবাটিও বুৰঞ্জীমূলক টোকাৰে এই দেওধাই বুৰঞ্জী যুগুত কৰিছিল। কামৰূপ অনুসন্ধান সমিতিয়েও সপ্তদশ শতিকাৰ ভিতৰত লিখা এখন আহোম বুৰঞ্জী উলিয়ায়। ইয়াৰ উপৰি স্বৰ্গনাৰায়ণ মহাৰাজাৰ আখ্যান (১৫২৬ খৃঃ লৈকে), স্বৰ্গনাৰায়ণ দেৱৰ যুদ্ধৰ চৰিত (১৬৭০ লৈকে), স্বৰ্গনাৰায়ণ দেৱ মহাৰাজৰ জন্মচৰিত্ৰ (১৭১৪ লৈকে) আদি কেইবাখনো সাঁচিপতীয়া বুৰঞ্জী কামৰূপ অনুসন্ধান সমিতি বা অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত আৰু তাৰপৰা প্ৰকাশিত হৈছে। দুৰ্ভাগ্যক্ৰমে, এই বুৰঞ্জীবোৰৰ লেখক আৰু ৰচনা কাল সঠিকভাৱে নিৰ্ণয় কৰা কঠিন, কিন্তু এই কথা ঠিক যে এই বুৰঞ্জীবোৰত অসমীয়া মানুহৰ ভিন ভিন সময়ত কথা কোৱাৰ গঢ় আদি নিখুঁতভাৱে ৰক্ষিত হৈছে, আৰু বৈষ্ণৱ গদ্যৰ সৰহখিনি কৃত্ৰিম গঢ়ৰ লগত ইয়াৰ প্ৰভেদ জল্‌জল্ পট্‌পট্ হৈ ৰৈছে।

**চৰিত আৰু বংশাৱলী সাহিত্য, অন্যান্য বৈষ্ণৱ লেখকসকল:**—ৰামচৰণ আৰু দৈত্যাৰিতে আৰম্ভ কৰি ষোড়শ শতিকাৰ শেষ ছোৱাৰ পৰাই বৈষ্ণৱ সাহিত্যৰ এটি ডালৰূপে চৰিত-সাহিত্যৰ সূত্ৰপাত হয়। এওঁলোকৰ বাহিৰে ৰামানন্দ দ্বিজ আৰু

ভূষণ দ্বিজৰ শঙ্কৰ চৰিত; ৰামৰায়ৰ আৰু নীলকণ্ঠ দাসৰ দামোদৰ চৰিত; ৰামানন্দ দাস আৰু যদুমণিৰ গোপাল আতাৰ চৰিত; ৰমাকান্ত দ্বিজৰ বনমালী-চৰিত, ৰামানন্দ দ্বিজৰ গোপালদেৱ চৰিত; অম্বাৰীশ দ্বিজৰ কেশৱদেৱ চৰিত (১৭০০ খৃঃ) বিদ্যানন্দ ওজাৰ ঠাকুৰ-চৰিত আদি অনেক চৰিত-পুথি আছে। তদুপৰি কৃষ্ণভাৰতীৰ সন্ত-নির্ণয়, ভট্টদেৱৰ সৎ-সম্প্ৰদায়ৰ কথা, গোবিন্দ দাসৰ সন্ত-সম্প্ৰদায়ৰ কথা; কৃষ্ণ-আচাৰ্য্যৰ সন্ত-চৰিত, ৰামনাথৰ সন্ত-মুক্তাৱলী আদি বৈষ্ণৱ গুৰু আৰু সত্ৰ পাতোঁতাসকলৰ ইতিবৃত্তিমূলক পুথিও আছে। তাৰ বাহিৰে সূৰ্য্যখড়ি বলদেৱ দৈৱজ্ঞৰ দৰং-ৰাজবংশাৱলী (১৭৯৮খৃঃ) ৰতিকান্ত দ্বিজৰ ৰাজবংশাৱলী (১৮০২খৃঃ) আদি, ৰাজমালাৰে চৰিত আৰু বুৰঞ্জী সাহিত্যৰ মাজত আন একশ্ৰেণী সাহিত্যৰ উৎপত্তি হৈছিল। ওপৰত উল্লেখ কৰা বৈষ্ণৱ-তাৰকাসকলৰ বাহিৰেও বৈষ্ণৱ আকাশৰ হাতীপটিত অনেক জ্যোতিষ্কই পোহৰ দিছিল। নৰোত্তম বিপ্ৰ বা দ্বিজৰ ভণিতাৰে ব্ৰহ্মবৈবৰ্ত্তৰ পদ, নৰোত্তমৰ ভক্তি-প্ৰেমাৱলী, বিদ্যা পঞ্চাননৰ কৰ্ণপৰ্ব্ব, গঙ্গাৰামৰ সীতা-বনবাস, চন্দ্ৰচূড় আদিত্যৰ উৎকল খণ্ড, সুন্দৰ কবিৰ ব্যাঘ্ৰ-চৰিত, কোনো কালিদাসৰ যমগীতা পৰশুৰাম দ্বিজৰ ধৰ্ম্মপুৰাণ, জগন্নাথ দ্বিজৰ লক্ষ্মীচৰিত্ৰ, ৰামগোবিন্দৰ ব্ৰহ্মাণ্ডপুৰাণ আৰু বিষ্ণুপুৰাণ, হৰিৰায়ৰ অজামিল উপাখ্যান, গঙ্গাদাস সুবুদ্ধি আৰু ভৱানী দাসৰ অশ্বমেধ পৰ্ব্ব, বলোৰাম দ্বিজৰ ব্ৰহ্মবৈবৰ্ত্ত নাৰায়ণ দাসৰ অৰ্জ্জুন সংবাদ, নন্দীশ্বৰ আৰু খগেশ্বৰ দ্বিজৰ ব্ৰহ্মবৈবৰ্ত্ত, হৰিদাস বিপ্ৰৰ অশ্বমেধ পৰ্ব্ব, বিষ্ণুৰাম দ্বিজৰ দাতাকৰ্ণ, লক্ষ্মীনাথ দ্বিজৰ শান্তিপৰ্ব্ব, পুৰুষোত্তম ঠাকুৰৰ ন-ঘোষা, বৰগীত আৰু বুঢ়াভাগ্য, কামদেৱ বিপ্ৰৰ অশোক চৰিত্ৰ, ভৱদেৱ বিপ্ৰৰ নগক্ষ-যুদ্ধ, ৰত্নাকৰ মিশ্ৰৰ ব্ৰহ্মগীতা আৰু গীতা-কীৰ্ত্তন, কৃষ্ণানন্দ দ্বিজৰ



পূৰ্ণভাগৱত, বালকানন্দৰ অৰ্জ্জুন-গীতা, গুণসাৰ আৰু বৈষ্ণৱী গীতা, বিষ্ণুদাসৰ নাৰদ-চৰিত, পৰশুৰাম দাসৰ গীতা, গুণমালা, জয়ৰামৰ চতুৰ্থ স্কন্ধ ভাগৱত, কদ্ৰৰামৰ নীতি-ৰত্নাকৰ আদি অনেক পুথি আছে।

**অসমীয়া জনসাহিত্য—গীত-কাব্য, নাম, সাধু, জিকিৰ আদি**:—জনসাহিত্যৰ গতি সদায় পাৰদৰ দৰে চঞ্চল, কোনো নিৰ্দিষ্ট যুগত তাক বহুৱাবলৈ টান। তুলনাত গীতকাব্য (বেলেড্) বোৰৰ কালনিৰ্ণয় অলপ সহজ; কিয়নো সেইবোৰৰ নায়ক-নায়িকা যদি কোনো ঐতিহাসিক ব্যক্তি বুলি ঠাৱৰাব পাৰি, তেওঁৰ সম্বন্ধীয় গীতৰ কালো ঠাৱৰ হয়। এই বিচাৰমতেই আমি মণিকোঁৱৰ ফুল-কোঁৱৰৰ গীত আদি যুগত আৰু বদনবৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত আদি আধুনিক বা ইংৰাজ যুগত ঠিয় কৰিব পাৰো। জনা গাভৰুৰ গীতৰ ঐতিহাসিকতা সুপ্ৰমাণিত নোহোৱা গতিকে তাক আমি বৰ আগলৈ ঠেলিব নোৱাৰো; কিন্তু গোপীচন্দ্ৰৰ (ময়নামতী বা মীনাৱতী আৰু মাণিকচন্দ্ৰৰ) গান আমি পূৰ্ববৈষ্ণৱ যুগত থাপিছোঁ, কিয়নো ধৰ্মপালৰ লগত এই কাহিনীৰ সম্পৰ্ক আৰু লিপিমূলক প্ৰমাণৰ পৰা ধৰ্মপাল দ্বাদশ শতিকাৰ কামৰূপৰ ৰজা বুলি জানোইক। কোনো নায়ক-নায়িকাৰ জীৱন-কালৰ এশ-ডুশ বছৰৰ ভিতৰতে তেওঁৰ সম্পৰ্কীয় গীতৰ জয়মালা ৰচিত হয় বুলি আমি সাধাৰণতে ধৰিব পাৰো। ভাষাৰ ফালৰপৰা নহলেও কিছুমান পটন্তৰ, সাধু আদিও সিহঁতৰ ভাব আৰু গঢ়ৰ পৰাই অতি পুৰণি বুলি বুজিব পাৰি; কিন্তু সেইবোৰ আদি যুগত ঠাই দিবলৈ আমি যথেষ্ট সতৰ্কতা অৱলম্বন কৰিব লাগে। বৰাগীৰ গীতবোৰত সাধাৰণতে বৌদ্ধপ্ৰভাৱ লক্ষ্য কৰিব পাৰি। কিয়নো চৰ্য্যাপদ আৰু দোহাবোৰৰ লগত বৰাগীৰ গীতৰ বহুত মিল পোৱা হয়; তথাপি

এই গীতবোৰ নিসঙ্কোচে সিমান আগত বহুৱাব নোৱাৰি. ভাষাৰ আধুনিকতাই তাৰ খাই বাধা। ইহাতে, যদিও বৰ্ত্তমানলৈকে আমি জনসাহিত্য ৰচনা কালৰ কোনো সীমা নাপাওঁহক, তথাপি ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক আদি যিবিলাক পাৰিপাৰ্শ্বিকতাই জনসাহিত্য ৰচনাৰ বাবে কল্পনাক শুশ্ৰূষা কৰে; তেনে পাৰিপাৰ্শ্বিকতা সাধাৰণভাৱে কুৰি শতিকাৰ পাতনিৰ লগে লগে ওৰ পৰিছে। গতিকে অসমীয়া জনসাহিত্যৰ ধাই নাম, আই নাম, বিয়া নাম, গৰখীয়া নাম, বনঘোষা আদি সৃজনমূলক প্ৰতিভাৰ কাল সপ্তদশৰপৰা উনবিংশ শতিকাৰ প্ৰথম চতুৰ্থাংশলৈকে বুলি ধৰা হৈছে। অষ্টাদশ শতিকা মানৰ শাহ মিলনৰ জিকিৰ বা আজান ফকিৰৰ গীতো এই জনসাহিত্যৰ লগৰে বুলি ধৰা হৈছে।

# ৫মঅধ্যায়—আধুনিকযুগ (১৮২৬-১৯৪৭)

**ইংৰাজ শাসন :**—মোৱামৰা বিদ্ৰোহ ( ১৭৬৯-৯৪ ) আৰু দন্দুৱা দ্ৰোহ ( ১৮১০ ) আদিৰ পাছত মানৰ আক্ৰমণ আৰু অপশাসনে (১৮১৬-২৪) অসম আৰু অসমীয়াক যেনেকৈ জুৰুলা কৰিলে, সৰহ নালাগে মোগলৰ লেখি লেখি সোতৰটা আক্ৰমণেও (১২০৬—১৬৮২) তেনে একো কৰিব নোৱাৰিছিল। ১৮২৬ৰ ২৪ ফেব্ৰুৱাৰীত ইংৰাজ আৰু মান ৰজাৰ সন্ধি হল, আৰু মাজতে অসমখন ইংৰাজৰ হাতলৈ গল! অৱশ্যে পুৰন্দৰ সিংহক ১৮৩৮ৰ অক্টোবৰলৈ উজনি অসমৰ ৰজা বুলি মানি লোৱা হৈছিল, কিন্তু তাৰ পাছত তেওঁক ৰজা ভাঙি উজনি-নামনি লগলগাই



ইষ্টইণ্ডিয়া কম্পেনীয়ে নিজে শাসন কৰিবলৈ ললে। তদুপৰি পোনতে সহজ নিয়মে শিক্ষা আৰু বিচাৰৰ বাহন ৰূপে ইংৰাজে অসমীয়া চলালে; কিন্তু ১৮৩৬ত হঠাৎ তেওঁলোকে বৰবৈষণী অসমীয়াক অসমৰ স্কুল-আদালতৰ পৰা উলিয়াই চাপনী বঙলা ভাষাক ৰবঘৰ সুমুৱালে। ১৮৩৭ৰ ২৯ আইন আৰু দণ্ডবিধিৰ ৩৩৭ ধাৰামতে দেৱানী আৰু ৰাজহ বিষয়ত প্ৰত্যেক প্ৰদেশত নিজ ভাষাহে ব্যৱহাৰ কৰিব লাগিছিল; পিছে অসমৰ বেলিকা সেইবোৰ বিধিও বিড়ম্বনা মাত্ৰ হল। এনে ঘোৰ অন্যায়ৰ বিৰুদ্ধেও কোনো অসমীয়াই আঙুলি এটা টোঁওৱা দেখিবলৈ পোৱা নহল! এনেতে জানিবা, ক'লা ডাৱৰৰ মাজত বিজুলীৰ এছাটি পোহৰৰ দৰে সেই ১৮৩৬ তে আমেৰিকাৰ বেপটিষ্ট মিশ্যনেৰীৰ অসমলৈ শুভাগমন হয়। তেওঁলোকে যদিও পৰ্বতীয়া জাতিৰ মাজত যীশুৰ ধৰ্ম্মৰ পোহৰ বিলাবলৈহে অসমলৈ আহিছিল, সেই মানুহবিলাকৰ অত্যাচাৰত পোনতে সেই ঠাইবোৰত তেওঁলোক সৰহ কাল ঠাৱৰিব নোৱাৰি সমতললৈ আহিবলৈ বাধ্য হল। ইয়ালৈ আহি তেওঁলোকে যেতিয়া দেখিলে যে অসমীয়া মানুহে দিনেকীয়া জীৱনত এটা ভাষা ব্যৱহাৰ কৰে আৰু শিক্ষা আৰু বিচাৰৰ বিষয়ত আন এটা ভাষা চলাব লাগে; এই বৈষম্য দূৰ কৰি বঙলাৰ ঠাইত অসমীয়াক পুনৰ অভিষেক কৰিব লাগে বুলি তেওঁলোকে শাসকসকলক জনালে। সততে তাৰ ফল নহল যদিও, অসমীয়া ভাষাৰ স্বতন্ত্ৰতা প্ৰমাণিত কৰিবলৈ তেওঁলোক উঠি-পৰি লাগিল; আৰু তাৰ সুফলৰূপে তেওঁলোকেই আধুনিক অসমীয়া সাহিত্যৰ ভেটি সুদৃঢ়ভাৱে থাপনা কৰিলে।

**আত্মবিশ্বাস-হীনতা :**—এই যুগৰ পাতনিত অসমীয়া জাতি মৰিশালিৰ পৰা অহা মানুহৰ দৰে আনন্দবিহীন আৰু উৎসাহশূন্য।

মান ৰজাই কেতিয়াও অসম নিয়মিতভাৱে অধিকাৰ কৰা নাছিল; অথচ যেতিয়া য়াণ্ডাবু সন্ধিমতে ইংৰাজে অসম অধিকাৰ কৰি বহিল, অসমীয়াই তাক দেখিও নেদেখিলে, তাৰ বিৰুদ্ধে মাত মতা যে দূৰৰ কথাই! মাতৃভাষাৰ বিষয়েও সেই একেটি সাধুৱেই। ইংৰাজ শাসনৰ বিৰুদ্ধে অকলশৰীয়াকৈ হলেও গুজৰি-গুমৰি থকা মণিৰাম দেৱানৰ (১৮০৬-৫৮) দৰে, বঙলা ভাষা শাসনৰ বিৰুদ্ধে খৃষ্টান পাদ্ৰী সকলৰ লগত যোগ দিওঁতা প্ৰথম অসমীয়া আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-৫৯)। কিন্তু এটা কুলি চৰাইৰ মাতত যেনেকৈ বসন্ত কাল নাহে, সেইদৰে জাগ্ৰত এই এজন দুজন অসমীয়াই সেই কালৰ সৰ্ব্বসাধাৰণৰ আত্মবিস্মৃতিৰ কথাহে সুপ্ৰমাণিত কৰে। স্বৰূপতে অসমীয়া জাতিৰ এই মানসিক জড়তা ভাগিবলৈ আধা শতিকাতকৈ সৰহ কাল লাগিছিল নিশ্চয়; কিন্তু তাৰ কুফল অৱশ্যে একেবাৰে এই যুগৰ শেষলৈকে আঁতৰা নাই। মানৰ আক্ৰমণৰ বিভীষিকাৰ দৰে বঙ্গ-ভাষাতঙ্কয়ো ভূতৰ ভয়ৰ নিচিনাকৈ অসমীয়াৰ মনত অলপলৈকে আধিপত্য কৰিছিল। এনে নানা কাৰণত 'দিন ভিক্ষা প্ৰাণ ৰক্ষা'ৰ বাহিৰে অসমীয়াই এই যুগত বিশেষ মহৎ কাম সাধিব নোৱাৰিলে; কিয়নো চিৰকাল অসমীয়া বল-বীৰ্য্যত কেনে অতুলনীয় আছিল, বৈষ্ণৱ যুগৰ সাহিত্য-সমৃদ্ধিত অসমীয়াই উৎকৰ্ষৰ কেনে ওখ শিখৰ বগাইছিল, এনেবোৰ কথা বৰ্ত্তমান অসমীয়াই ভাবিব নোৱৰা হৈছিল আৰু নিজৰ ছাটোকে দেখি নিজে চক্ খাই উঠিছিল। আশা কৰিব পাৰি, অসমীয়াৰ জাতীয় চৈতন্য সম্প্ৰতি জাগ্ৰত হবৰ উপক্ৰম হৈছে আৰু এই নতুন স্বাধীনতা লাভৰ লগে লগে অসমীয়াই নিজ গৌৰৱৰ উজ্জ্বল অতীতৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি নিজৰ চিনাকি দিব পাৰিব।



**সাহিত্যিক উপবিভাগ:**—সাহিত্যৰ লক্ষণ অনুসাৰে এই যুগৰ অসমীয়া সাহিত্যক সাধাৰণভাৱে অনা-খৃষ্টান (১৮২৬-৪৬), খৃষ্টান (১৮৪৬-৭৫), পূৰ্বনৱন্যাস (১৮৭৫-৮৯); নৱন্যাস (১৮৮৯-১৯০৯), উত্তৰ-নৱন্যাস (১৯০৯-২৯) আৰু বাস্তৱ (১৯২৯-৪৭) যুগত ভগাব পাৰি। ১৮২৬ত য়াণ্ডাবু সন্ধি আৰু ১৮৪৬ত "অৰুনোদই"-প্ৰকাশৰ ভিতৰ চোৱা কালত প্ৰথম অসমীয়া ভাষাতত্ত্ববিদ যাদুৰাম বৰুৱা, বঙলাত হলেও প্ৰথম অসম-বুৰঞ্জী-লেখক হলিৰাম ঢেকিয়াল ফুকন, স্বদেশৰ হকে প্ৰথম ফাঁচি যোৱা আৰু বুৰঞ্জী-বিবেক-ৰত্ন ৰচোঁতা মণিৰাম দেৱান বৰুৱা, আহোম ভাষাৰ পৰা বুৰঞ্জী ভাঙোতা কাশীনাথ তামুলী ফুকন আৰু ৰাধানাথ বৰবৰুৱা আদি এই যুগৰ ঘাই লেখক। 'অৰুনোদই' প্ৰকাশৰ পৰা ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ কাব্য'ৰ (১৮৭৫) প্ৰকাশলৈকে অসমীয়া সাহিত্যৰ এই খৃষ্টান যুগত প্ৰথম অসমীয়া আলোচনী অৰুনোদই (১৮৪৬), আসাম-বিলাসিনী (১৮৭১) আসাম মিহিৰ, আসাম দৰ্পণ (১৮৭৪) আদি আলোচনী; নেথন ব্ৰাউন, মাইলছ ব্ৰন্সন, নিধি লেৱি ফাৰৱেল আদি খৃষ্টান, আৰু আনন্দৰাম ঢেকিয়াল ফুকন আদি অনা-খৃষ্টান লেখকসকলে এই যুগতে প্ৰথম অসমীয়া ব্যাকৰণ, প্ৰথম অসমীয়া অভিধান, প্ৰথম অসমীয়া শিশুপাঠ্য আদিৰে আধুনিক অসমীয়া সাহিত্যৰ থাপনা পতা হয়। প্ৰথম অসমীয়া অমিত্ৰাক্ষৰ ছন্দৰ কাব্য 'অভিমন্যু বধ' প্ৰকাশৰ পৰা 'জোনাকী' কাকতৰ প্ৰকাশলৈকে এই যুগৰ ভিতৰত গোৱালপাড়া হিতসাধিনী, চন্দ্ৰোদয় আৰু আসাম-দীপক (১৮৭৬), আসাম-নিউচ (১৮৮২), আৰাম-বন্ধু (১৮৮৫), মৌ (১৮৮৬), আসাম-তাৰা আৰু লৰা-বন্ধু (১৮৮৮) আদি আলোচনী; অসম বুৰঞ্জী

ৰচোঁতা হৰকান্ত বৰুৱা, "হেমকোষ" ৰচোঁতা হেমচন্দ্ৰ বৰুৱা, আসাম বুৰঞ্জী লিখোঁতা গুণাভিৰাম বৰুৱা আদি অসমীয়া গদ্য সাহিত্যৰ বাট দেখাওঁতাসকল, আৰু 'অভিমন্যু বধ' কাব্য ৰচোতা ৰমাকান্ত চৌধুৰী, অসমীয়া পদ্য বুৰঞ্জী লেখক দুতিৰাম হাজৰিকা, আৰু বিশ্বেশ্বৰ বৈদ্যাধিপ, অমিত্ৰাক্ষৰ কাব্য আৰু খণ্ড-কবিতা লেখক ভোলানাথ দাস আদি কবিসকল এই যুগৰ 'জোনাকী' কাকতৰ প্ৰকাশত আৰম্ভ কৰি "আৱাহন" কাকতৰ প্ৰকাশলৈকে এই নৱন্যাস যুগৰ হোতা চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ আদি আৰু গদ্যত কমলাকান্ত, লম্বোদৰ, সত্যনাথ, ৰজনীকান্ত আদি এই যুগৰ গৌৰৱ। ইয়াৰ পাছৰ 'আবাহন' কাকতেৰে অসমীয়া সাহিত্যৰ বৰ্ত্তমান বা বাস্তৱ যুগৰ আৰম্ভ।

**আমেৰিকাৰ বেপটিষ্ট মিস্তন সমাজৰ শুভাগমন :—** ইংলণ্ডৰ সিংহাসনত চতুৰ্থ ৱিলিয়ম আৰু আমেৰিকাৰ যুক্তৰাজ্যৰ সভাপতিত্বত এণ্ড্ৰু জেকচন থকা কালত ইষ্ট ইণ্ডিয়া গৱৰ্ণমেণ্টৰ ছেক্ৰেটেৰী ছি, ই, (পাছত ছাৰ চাৰ্লছ) ট্ৰেভেলিয়ানৰ যোগে, অসমৰ কমিশ্যনাৰ জেনেৰেল মেজৰ জেনকিন্সে কলিকতাৰ পাদ্ৰীসকলক উত্তৰ-পূৱ সীমান্ত প্ৰদেশত থাইকৈ শ্যাম আৰু খামতি জাতিৰ কাৰণে এটি মিস্তন স্থাপন কৰিবলৈ নিৰ্দেশ দিয়ে। কলিকতাৰ পাদ্ৰীসকলে আকৌ ব্ৰহ্মদেশৰ লগত অসমক সংলগ্ন কৰি খৃষ্ট-ধৰ্ম্ম প্ৰচাৰৰ বাবে এডোখৰ আহল-বহল ঠাই উলিয়াবৰ ইঙ্গিতেৰে তেতিয়া ব্ৰহ্মদেশত থকা আমেৰিকাৰ বেপটিষ্ট মিস্তন সমাজলৈ সেই নিৰ্দেশ পঠিয়ায়। পছিম ফালৰ পৰা চীন সোমাবলৈ আৰু তিব্বতলৈ যাবলৈ অসম অতি সুবিধাৰ ঠাই হব বুলিয়ে আমেৰিকাৰ বেপটিষ্ট মিস্তন্ সমাজে এই ছেগ সাৰটি লোৱা যুগুত বিবেচনা কৰিলে। এই



অনুসাৰেই ১৮৩৫ৰ ২০ নবেম্বৰত ৰেভাৰেণ্ড নেথন ব্ৰাউন আৰু অলিবৰ টি কট্টৰে নিজ নিজ পৰিয়াল আৰু এটি ছাপা কল লগত লৈ কলিকতাৰ পৰা যাত্ৰা কৰে। অসমত ভাপ নাও বা ভাপগাড়ী তাৰ বহুত পিছৰ কাললৈকে ওলোৱা নাছিল ; গতিকে দেশী নাৱেৰে ব্ৰহ্মপুত্ৰইদি ৮০০ মাইল উজাই ১৮৩৯ৰ ২৩ মাৰ্চত তেওঁলোক সদিয়া পায়হি। আহোঁতে গুৱাহাটীত তেওঁলোকক মেজৰ জেনকিন্সৰ কথামতে এজন শ্যান শিক্ষকে লগ ধৰিছিল। সদিয়া পায়ে এওঁলোকে ছপা আৰু প্ৰচাৰ আৰম্ভ কৰে আৰু আঢ়ৈ মাহৰ ভিতৰতে ৭ জুনত ব্ৰাউন আৰু কট্টৰৰ মেমে যথাক্ৰমে এটি লৰাৰ আৰু এটি ছোৱালীৰ পঢ়াশালি পাতে। এওঁলোকৰ পাছত ১৮৩৬ ৰ ১৮ অক্টবৰত ডক্টৰ মাইলছ ব্ৰন্সন আৰু ৰেভাৰেণ্ড জেকব থমাছ নিজ নিজ পৰিয়াল লৈ সুদূৰ বষ্টনৰ পৰা অসম অভিমুখে যাত্ৰা কৰে। কলিকতাৰ পৰা ১৮৩৭ৰ ২৬ এপ্ৰিলত ব্ৰাউন-কট্টৰসকলৰ দৰেই তেওঁলোক সদিয়ালৈ উজায়। দুইটা পৰিয়ালেই এই ছোৱাত বৰ অসুখ ভোগে, ব্ৰন্সনৰ নৰিয়া শকত হয়। সেইদিনা ৭ জুলাই, সদিয়ালৈ তেতিয়াও সাদিনৰ বাট ; এনেতে ব্ৰন্সলৈ ঔষধ-পাতি আনিবলৈ বুলি এখন সৰু নাৱত বেগেৰে উজাই যাওঁতে পাৰৰ গছ খহি নাও বুৰি থমাছৰ মৃত্যু হয়। ১৫ জুলাইত বাকীখিনি কোনোমতে সদিয়া পায়গৈ।

**পৰ্ব্বতে-ভৈয়ামে, বিপদে-আপদে, অসমীয়া-সমস্যা।—** ব্ৰাউন আহিয়েই অলপ দিনৰ ভিতৰতে চিংফৌৰ মাজত প্ৰচাৰ আৰম্ভ কৰে। ইফালে ১৮১৯ ৰ জানুৱাৰীত খামতিবিলাকে বিদেশীৰ গাঁও-ভূঁই আৰু ঘৰ-বাৰী পুৰি খাস্তাং কৰে ; তাৰ ফলত তাত থকা চৰ্কাৰি ইংৰাজ বিষয়াজনে খামতিৰ বিহ সনা কাঁড়ৰ খোচত

প্ৰাণ এৰে, আৰু ব্ৰাউন নিজ পৰিয়ালৰে কথমপি প্ৰাণ লৈ জয়পুৰলৈ পলাই আহে। কট্টৰৰ পৰিয়ালে স্বাস্থ্যৰ বাবে আগতে সেই ঠাই এৰে। ১৮৪০ত ব্ৰাউন আৰু কট্টৰক জয়পুৰত থৈ ব্ৰন্সন নগাপৰ্ব্বতলৈ যায় আৰু নামচাঙত নগাৰ মাজত প্ৰচাৰ চলায়। এই বছৰতে ছাইৰছ বাৰ্কাৰ, তেওঁৰ মেম আৰু কুমাৰী বড্‌ডা ব্ৰন্সন আমেৰিকাৰ পৰা জয়পুৰলৈ আহে আৰু কুমাৰী ব্ৰন্সনে নামচাঙত ককাইদেৱেকৰ লগত প্ৰচাৰ কৰে। তাত ধাৰাবাৰে ৰোগ ভুগি দুয়ো জয়পুৰলৈ উলটি আহে আৰু বছৰৰ শেষভাগত জয়পুৰতে কুমাৰী ব্ৰন্সন ঢুকায়। এতিয়ামানে এওঁলোকে দেখিলে, ভৈয়ামত প্ৰচাৰ অধিক সফল হোৱা সম্ভৱ; এইবাবে ১৮৪১ৰ পৰা এওঁলোকে উজনি-নামনি জুৰি পৰে। এই বছৰৰে মে'ত বাৰ্কাৰ শিৱসাগৰলৈ আহে, ব্ৰাউন আৰু কট্টৰসকলেও তাতে লগ লাগেহি। ইফালে জয়পুৰৰ ওচৰত আৰু নগাৰ মাজত বিদ্ৰোহ হোৱাত ব্ৰন্সনেও সেই ঠাই এৰি নগাঁৱত নতুন স্থিতি পাতেহি; ১৮৪৩ত ইয়াতে এওঁ এটি পঢ়াশালি আৰু মাউৰা-ঘৰ পাতে। এই বছৰতে বাৰ্কাৰে শিৱসাগৰ এৰি তেজপুৰেদি সোমাই গুৱাহাটীত থিতাপি হৈ তাৰ মিস্যন থাপন কৰে। ১৮৫০ৰ ৩১ জানুৱাৰীত, আমেৰিকালৈ যাওঁতে ৪২ বছৰ ১০ মাহ ৪ দিন বয়সত, এওঁ সাগৰৰ ওপৰতে ঢুকায়। এওঁৰ ঠাইত পাছত ব্ৰন্সন গুৱাহাটীলৈ আহে। এইদৰে উজনি-নামনিত পিয়াপি দি পৰি তেওঁলোকে ৰঢ়িয়াকৈ দেখিলে, অসমীয়াৰ কথাবাৰ্ত্তাৰ ভাষা তেওঁলোকৰ শিক্ষা আৰু বিচাৰালয়ৰ ভাষাৰ পৰা সম্পূৰ্ণ স্বকীয়া। শিক্ষাই হওক বা ধৰ্ম্মই হওক, শিকোতাৰ মাতৃভাষাইদি নহলে প্ৰচাৰ কেতিয়াও সুসম্পন্ন হব নোৱাৰে; গতিকে বিদেশী বঙলা ভাষাৰ যোগে কাম চলাবলৈ কৰা অপচেষ্টা যে ইংৰাজ শাসকসকলৰ ঘোৰ



অন্যায় হৈছে তাক মহানুভৱ এই পাদ্ৰীসকলে চকুত আঙুলি দি বুজাবলৈ যত্ন কৰিলে। কিন্তু কৰ্ত্তৃপক্ষক দেখ বুলিলেও নেদেখে, কণা বুলিলেও জগৰ! তদুপৰি কথিত ভাষাৰ বাহিৰে অসমীয়াৰ স্বকীয়া সত্তা প্ৰমাণ কৰি দেখুৱাবলৈ এখন অসমীয়া বুৰঞ্জী, আলোচনী, ব্যাকৰণ বা শব্দকোষেই ক'ত? পুৰণি, পুথি-পাজি যি আছিল, সিও ধোঁৱাচাঙৰ আলান্ধুৰ মাজৰ পৰা তেতিয়ালৈকে ভুমুকি মৰা নাই!

**আধুনিক অসমীয়া সাহিত্যৰ থাপনা :**—অসমীয়া সাহিত্যৰ এই অভাৱ-অভিযোগবোৰ দেখি মহানুভৱ মিস্যনেৰীসকলে আৰু হাত সাবতি বহি থাকিব নোৱাৰিলে। শিৱসাগৰত তেওঁলোকে এটা ছেপা কল পাতিলৈ অবিলম্বে কাম আৰম্ভ কৰিলে. আৰু ১৮৪৪ কাশীনাথ তামুলীফুকন আৰু ৰাধানাথ বৰবৰুৱাৰ আসাম বুৰঞ্জী, ১৮৪৬ত প্ৰথম অসমীয়া আলোচনী আৰু বাতৰি কাকত, ১৮৪৮ত নেথন ব্ৰাউনৰ অসমীয়া ব্যাকৰণ সম্পৰ্কে টোকা, ১৮৫৫ত আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ভাষা সম্পৰ্কে কেইটিমান মন্তব্য, ১৮৬৫ত নিধিলেৱি ফাৰৱেলৰ 'ভাৰতবৰ্ষৰ দণ্ডবিধি আইন" ১৮৬৭ত ব্ৰন্সনৰ ইংৰাজী, অসমীয়া শব্দকোষ আদি একেলেথাৰিয়ে ওলাবলৈ ধৰে। ইয়াৰ উপৰিও এওঁলোকে বাৰেমতৰা, প্ৰথম কিতাপ, সাধুকথা, প্ৰথম গণনা, দ্বিতীয় গণনা, পদাৰ্থ বিদ্যা আদি পঢ়াশলীয়া পাঠ্য; গুৱনী সাজ, আফ্ৰিকাৰ কোঁৱৰ, বুঢ়া, চল, যুদ্ধনায়ক, ৰামগতি, বেবিৰ কাহিনী, ধাৰ্ম্মিক চহা, বেজনৰ কাহিনী


মাইলছ্‌ ব্ৰন্সন

সক কালৰ ধৰ্ম্ম, মাউৰী ছোৱালী, ঈগলৰ বাহ আদি শিশু-সাহিত্য ; বকুল কায়স্থৰ প্ৰথম গণিত আৰু লীলাৱতী আদি পদ্য-গণিত ; মূৰ্ৰেৰ এন্‌ছাইক্লপিডিয়াৰ সহায়ত লিখা ঢেকিয়াল ফুকনৰ অসমীয়া লৰাৰ মিত্ৰ পুস্তকাৱলীৰ ১৭৭ পিঠীয়া ভূগোল শিক্ষক আৰু ১৮৪৯ত সমাচাৰ চন্দ্ৰিকা যন্ত্ৰত ছপোৱা পিটাৰ পালিৰ অনুকৰণত লিখা এলিজা ব্ৰাউনৰ প্ৰথম ভূগোল আদি ; ১৮৪৯ত ছপোৱা "অসমীয়া লৰাৰ মিত্ৰ" সুস্তকাৱলীৰ ২২২ পিঠীয়া বুৰঞ্জী, ভূগোল আৰু বিজ্ঞান বিষয়ক অসমীয়া শিক্ষক ; ১৮৪০ত কট্টৰৰ ২৫১ পিঠীয়া শব্দাৱলী আৰু খণ্ডবাক্য ; ৰবিচন্দ্ৰ ডেকাবৰুৱাৰ আসাম দণ্ডবিধি আইন ; আমাৰ ত্ৰাণকৰ্ত্তা যীশুখৃষ্টৰ নতুন নিয়ম, 'খৃষ্টৰ বিৱৰণ আৰু শুভবাৰ্ত্তা' 'ডেভিডৰ গীত', 'নিস্তাৰৰ' উপায়, কথোপকথন প্ৰথম আৰু দ্বিতীয়, সৃষ্টি আৰু সংহাৰ, প্ৰলয়, অসমীয়ালৈ ধৰ্ম্মসম্ভাষণ, পৱিত্ৰ অৱতাৰ, মুছলমানসকললৈ চিঠি, মুক্তিৰ বাট, পণ্ডিত আৰু ধৰ্ম্ম-প্ৰচাৰক, যাত্ৰিকৰ ভ্ৰমণ, ফুলৰ প্ৰতিবাদ, তুতি-গান (১২০ টি ডক্টৰ বাৰ্থৰ, বাইবোলৰ সাধু আদি ধৰ্ম্মপুথি ; ফুলমণি আৰু করুণা, মাক-জীয়েক হেনৰী আৰু তেওঁৰ লগুৱা, জাত্ৰিকৰ যাত্ৰা, অপৰিমিতাচাৰৰ পৰিণাম, জোচেফৰ কাহিনী, আমেৰিকা আবিস্কাৰ, ৰ্বণবিচাৰ আদি বিবিধ পুথি প্ৰকাশ কৰে। এওঁলোকৰ আগতে অৱশ্যে ক্লেৰী প্ৰভৃতি শ্ৰীৰামপুৰীয়া পাড়ীসকলে বঙলা সাহিত্যৰ থাপনা পাতে আৰু তেওঁলোকেই ১৮১১ মানতে নগাও কলীয়াবৰৰ আত্মাৰাম শৰ্ম্মাৰ নিয়াই বাইবোলৰ প্ৰথম অসমীয়া ভাঙনি কৰাই ১৮১৩ মানতে প্ৰকাশিত কৰে ; ইয়াৰ দ্বিতীয় তাঙৰণ ১৮৩৩ ওলায়। যেনেকৈয়ে হওক, আধুনিক অসমীয়া সাহিত্যৰ থাপনাৰ বাবে অসমীয়া জাতি এওঁলোকৰ কাষত চিৰঋণী নিশ্চয়।



**অসমীয়া খৃষ্টান সাহিত্যৰ ত্ৰিমূৰ্ত্তি।** ব্ৰাউন, ব্ৰন্সন আৰু নিধি লেৱি অসমীয়া খৃষ্টান সাহিত্যৰ ত্ৰিমূৰ্ত্তি স্বৰূপ। ১৮০৭ ৰ ২২ জুনত আমেৰিকা যুক্তৰাজ্যৰ কোনো এক নগৰত ব্ৰাউনৰ জন্ম হয়। এওঁ ন বছৰত খৃষ্ট ধৰ্ম্মত শৰণ লয় আৰু কুৰি বছৰত ৱিলিয়মছ কলেজৰ গ্ৰেজুৱেট হয়। নিজ দেশতে কিছুকাল পঢ়াশালিৰ শিক্ষক আৰু বাতৰিকাকতৰ সম্পাদক হৈ থাকি পাছত মিস্তনেৰী ৰূপে ১৮৩৩ত মান দেশৰ মৌলমেন পায়হি আৰু তাৰ পৰাই অসমলৈ আহে। ইয়াতে ১৮৩৮ ৰ সেপ্তেম্বৰত জীয়েক ছফিয়া ব্ৰাউন ঢুকোৱা সত্বেও কামৰ পৰা এওঁ মূৰ নাদাঙিলে। কুৰি বছৰৰ কঠোৰ প্ৰবাস আৰু পৰিশ্ৰমৰ পিছত ১৮৫৫ত অসম এৰি ১৫ বছৰ আকৌ যুক্তৰাজ্যত কটায় আৰু তাৰ 'এমেৰিকান্ বেপটিষ্ট' কাকতৰ সম্পাদক হয়। ৰাজনীতি ক্ষেত্ৰত এওঁ দাসত্ব প্ৰথাৰ বিৰুদ্ধবাদী প্ৰবীণ নেতা আছিল। ১৮৭২ ত এওঁ জাপানলৈ গৈ য়াকোহামাত থাকি জাপানী ভাষা শিকি ছবছৰৰ ভিতৰত প্ৰথমে জাপানী ভাষাত নিউ টেষ্টামেণ্ট উলিয়ায়। ১৮৮৬ ৰ ১ জানুৱাৰীত ৭৯ বছৰ বয়সত য়াকোহামাতে এওঁ ঢুকায়। অসমীয়া সাহিত্যলৈ এওঁৰ দান স্বৰূপতে অতুলন। ১৮৪৮ত এৰেই পোনতে নিউটেষ্টমেণ্টৰ সম্পূৰ্ণ অসমীয়া ভাঙনি উলিয়ায় আৰু ১৮৫৪ ত 'খৃষ্টৰ বিৱৰণ আৰু শুভবাৰ্ত্তা' প্ৰকাশ কৰে। ১৮৪০-৫০ৰ ভিতৰত ছকুৰিথনমান বিবিধ বিষয়ৰ পুৰণি অসমীয়া পুথি গোটাই এৱে সেই বিষয়ৰো বাট দেখুৱায় ; কাশীনাথৰ অসম বুৰঞ্জী, বকুল কায়স্থৰ গণিত আৰু "অৰুণোদই"ত প্ৰকাশিত দেওধাই চুটিয়া আদি বুৰঞ্জী তেওঁৰে কীৰ্ত্তিস্তম্ভ। 'দি হল ৱল্‌ফৰ্ড কীন্' নামৰ পুথিত বিদেশত ধৰ্ম্ম-প্ৰচাৰৰ অভিজ্ঞতাৰ মাজত এওঁ অসমৰ সুন্দৰ বৰ্ণনা দিছে। এওঁৰ পত্নী এলিজাৰো অসমীয়া সাহিত্যলৈ

দান সামান্য নহয়। ১৮১২ত আমেৰিকাৰ নিউয়ৰ্কৰ নৰৱেত মাইলছ ব্ৰন্সন ওপজে আৰু হেমিল্টনত শিক্ষা লভি ২৪ বছৰত পাদ্ৰী নিযুক্ত হৈ আহে। ১৮৬৯ৰ সেপ্তেম্বৰত প্ৰথমা পত্নী ঢুকুৱাত এওঁ ডেনফৰ্থৰ বাৰী তিৰোতাক বিয়া কৰায় আৰু স্বাস্থ্য-লাভৰ বাবে ব্ৰহ্মদেশলৈ যাওঁতে তেওঁৰো ১৮৭৪ত তাতে মৃত্যু হয়। জীয়েক মেৰিয়া ব্ৰন্সনো মান দেশৰ পৰা উলটি আহোঁতে গুৱালপাৰাৰ ওচৰত জাহাজতে হাইজাত ঢুকায়। ১৮৭৮ত এওঁ অসম এৰে আৰু ১৮৮৩ৰ ১০ নৱেম্বৰত আমেৰিকাৰ মিছিগানৰ ইটন ৰেপিডত ৭১ বছৰ বয়সত ঢুকায়। এওঁৰ নানা দানৰ ভিতৰত অসমীয়া-ইংৰাজী অভিধানখনি নিশ্চয় এওঁৰ যুগমীয়া কীৰ্ত্তি। তেজপুৰ কলংপুৰ মৌজাৰ সুতাৰ গাঁৱৰ নিধিৰাম কেওঁটৰ জন্ম বুলি কয়। ছপা কামৰ উমেদাৰৰূপে এওঁ খৃষ্টানসকলৰ কাষ চাপে আৰু ১৮৪১ৰ ১৩ জুনত ব্ৰন্সনে জয়পুৰত এওঁক শৰণ লগায়। অসমীয়া গদ্য-পদ্য উভয় ৰচনাত আৰু সাহিত্যৰ আন সকলো কামত এওঁ ব্ৰাউন-ব্ৰন্সনৰ সোঁ-হাত স্বৰূপ আছিল।

**আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯—৫৯)**— আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা আধুনিক অসমীয়া গদ্যৰ প্ৰথম ত্ৰিমূৰ্ত্তি স্বৰূপ। ১৭৫১ শকৰ ৭ আহিনত আনন্দৰামৰ জন্ম; এওঁৰ পিতাক হলিৰাম, মাক প্ৰসূতী। ১৭৫৯ শকত গুৱাহাটী ওখ ইংৰাজী বিদ্যালয়ত আৰু মেথী আৰু জেনকিন্সৰ যত্নত ১৮৪১ খৃঃৰ বাৰিষা নাৱেৰে সুন্দৰ বনেদি গৈ কলিকতাৰ হিন্দু কলেজত তল বিভাগৰ তৃতীয় শ্ৰেণীত নাম লগালে। তাত পঢ়ি সেই কলেজৰ ওখ বিভাগৰ তৃতীয় শ্ৰেণীলৈ উঠাৰ পাছত ১৮৪৪ নৱেম্বৰত তেওঁ ঘোৰা বাটেই ঘৰলৈ ওলটে আৰু ১৭৬৭ শকৰ বহাগত মাহিন্দ্ৰীক বিয়া কৰায়। ১৮৪৭ৰ ২৯ এপ্ৰিলত এওঁ খাতা পৰগণাৰ জিম্মাদা আৰু ১৬ নৱেম্বৰত অস্থায়ী মুন্সিফ ৰূপে বিজনিৰ দেৱানৰ পদ লয়। ১৮৫২ৰ আগভাগত তেওঁ কলিকতা



নিউ প্ৰেছ পাতে আৰু ২৭ অক্টোবৰত তেওঁক বৰপেটাৰ ছব এছিষ্টেণ্ট কমিস্তনাৰ পদ যচাত তেওঁ সেই কাম লৈ বিজনিৰ কাম এৰে।


আনন্দৰাম ঢেকিয়াল ফুকন

১৮৫৯ৰ ১৬ জুনত ২৯ বছৰ ৯ মাহ ২৯ দিনত তেওঁ ঢুকায়। 'অসমীয়া লৰাৰ মিত্ৰ' আৰু 'অসমীয়া ভাষা সম্পৰ্কে কেইটিমান কথা' পুথিৰ বাহিৰে ফুকনৰ যদিও লেখৰ গ্ৰন্থ একো নাই, তথাপি ব্যক্তিগত প্ৰভাৱৰ দ্বাৰা ফুকন আধুনিক অসমীয়া সাহিত্যত প্ৰাতঃস্মৰণীয় নিশ্চয়। স্বৰূপতে আধুনিক অসমীয়া সাহিত্যত ফুকনৰ ঠাই বঙ্গ সাহিত্যত ৰাজা ৰামমোহন ৰায়ৰ ঠাইৰ দৰে। "কিন্তু বঙ্গ আৰু অসমৰ সেই কালৰ অৱস্থাৰ হীন-ডেঢ়িলৈ চাই, ৰাম মোহন ৰায়তকৈও আনন্দ-ৰাম ফুকনক অসাধাৰণ পুৰুষ বুলিব লাগে"—এই কথা সচা। ৰামমোহন ৰায় বঙলা গদ্যৰ পিতা স্বৰূপ; আনন্দ ফুকন আধুনিক অসমীয়া গদ্যৰ এজন প্ৰথম প্ৰৱৰ্ত্তকেই নহয়, অসমীয়া ভাষাক সেই সময়ৰ নানা অপায়-অমঙ্গলৰ হাত সৰুৱাই অসমীয়া ভাষাৰ নিজ বৈশিষ্ট্য ৰক্ষা কৰোতা আৰু জাতি আৰু সাহিত্যৰ নতুন আদৰ্শ দাঙিধৰোতা। সাহিত্যিক স্বৰূপে ফুকনৰ কোনো মহৎ অৱদানলৈ আমি আঙুলিয়াব নোৱাৰো; কিন্তু অষ্টাদশ শতিকাৰ ইংৰাজী সাহিত্যৰ জনচনৰ দৰে এওঁৰ ব্যক্তিগত প্ৰভাৱেই সমসাময়িক আৰু পৰবৰ্তী সাহিত্যিকসকলক যথেষ্ট প্ৰেৰণা দিছিল।

**হেমচন্দ্ৰ বৰুৱা (১৮৩৪-৯৬)**—১৭৫৭ শকৰ ২৪ আষোণত শিৱসাগৰৰ ৰজাবাহৰত হেমচন্দ্ৰৰ জন্ম। পিতাক মুক্তাৰাম অকালতে ঢুকুৱাত তেওঁৰ তত্ত্বাৱধানত ঘৰতে যি সংস্কৃত চৰ্চ্চা হৈছিল তাৰো ওৰ পৰে; আৰু মাহে চাৰি টকা বেতনত খুৰাকে হেমচন্দ্ৰক নবিছ নিযুক্ত কৰায়। এই প্ৰতিকূল অৱস্থায়ো হেমচন্দ্ৰৰ জ্ঞান-স্পৃহা লুপ্ত কৰিব নোৱাৰিলে। পুৱা-গধূলি উৰ্ব্বিধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত সংস্কৃত আৰু তেতিয়াৰ শিৱসাগৰ জিলাধিপতি কেপ্তেইন ব্ৰডীৰ ঘৰত হিন্দী-ব্ৰজবুলি আৰু খুৰাকৰ ইচ্ছাৰ বিৰুদ্ধেও লুকাইচুৰকৈ ইংৰাজী শিকি এওঁ কালক্ৰমত এই আটাইকেইটা ভাষাতে যথেষ্ট ব্যুৎপত্তি লভিছিল। চৰকাৰী কামতো এওঁ দোপত দোপে উধাইছিল আৰু যাচি দিয়া মুন্সিফ পদো এওঁ কেবাবাৰো এৰাইছিল। অসমীয়া পুথি ৰচাৰ বাবে এওঁ গৱৰ্ণমেণ্টৰ পৰা মুঠ ১১০০৲ টকা বঁটা পাইছিল। ১৮৮১ ৰ ১ জানুৱাৰীত অসম কমিশ্যনাৰৰ অফিচ চুপাৰিণ্টেণ্ডেণ্ট ৰূপে মাহে ৮৩।৵৩ পাই পেন্সনত এওঁ অৱসৰ গ্ৰহণ কৰে; আৰু পোন্ধৰ বছৰ মানৰ পাছত ১৮৯৬ ৰ ২০ এপ্ৰিলত এওঁৰ গুৱাহাটীত মৃত্যু হয়। জীৱনৰ সাধাৰণ কাহিনীৰ পৰাই হেমচন্দ্ৰৰ ব্যক্তিত্ব আপুনি ফুটি উঠে। কোনো স্কুল-কলেজত নপঢ়াকৈ আৰু আপোন কোনো জনৰ সহায় নোলোৱাকৈ কেৱল নিজ পুৰুষাৰ্থৰ বলত হেমচন্দ্ৰই জীৱনত সিদ্ধি লাভ কৰিছিল। ১৮৬৩ ত এটা কন্যা ওপজাৰ পাছতে ১৮৬৫ ৰ নৱেম্বৰত এওঁৰ ঘৈণীয়েক ঢুকায়। এওঁ পুনৰ বিয়া নকৰালে; কিয়নো গিৰিয়েক ঢুকোৱা তিৰুতাই যদি বিয়া কৰাব নাপায়, তেন্তে ঘৈণীয়েক ঢুকোৱা পুৰুষেও নিশ্চয় বিয়া কৰোৱা অনুচিত বুলি তেওঁ ভাবিছিল। এই অনুক্ৰমে সামাজিক মতত তেওঁ চৰম পন্থী আছিল। এওঁৰ "হেমকোষ" অসমীয়া ভাষাৰ কীৰ্ত্তিস্তম্ভ,



সন্দেহ নাই। অৱশ্যে এওঁ ঢুকোৱাৰ চাৰি বছৰৰ পাছতহে হেমকোষ ছপা হয় আৰু তাৰ ৩৩ বছৰৰ আগতে ব্ৰন্সনৰ অসমীয়া শব্দকোষ প্ৰকাশিত হয়; আৰু এওঁৰ নিজৰো 'অসমীয়া পঢ়াশলীয়া অভিধান' (১৮৯২) ওলায় আৰু 'সংক্ষিপ্ত হেমকোষ' ৰচিত হয়। আনন্দৰাম ঢেকিয়াল ফুকনেও অসমীয়া-ইংৰাজী আৰু ইংৰাজী-অসমীয়া দুখন শব্দকোষ ৰচিছিল; সম্ভৱ, এখনো সম্পূৰ্ণ হবলৈ নাপালে। হেমচন্দ্ৰৰ 'অসমীয়া লৰাৰ ব্যাকৰণ' আৰু 'অসমীয়া ব্যাকৰণ' (১৮৫৯) সেইদৰে তেওঁৰ পূৰ্ব্বৱৰ্ত্তী চেষ্টাবোৰ চেৰ পেলায়। সাহিত্য স্বৰূপে তেওঁৰ পাঠমালা, কোৱা-ভাতুৰি আৰু কানীয়াৰ কীৰ্ত্তন, আৰু ইংৰাজীত লিখা অসমীয়া বিবাহ-পদ্ধতিৰ বাহিৰে বিশেষ গ্ৰন্থ নাই, তথাপি সৌৰজগতত বৃহস্পতিৰ দৰে আৰু আকৌ ইংৰাজী সাহিত্যত অভিধান-লেখক জন্‌ছনৰ দৰে উনৈশ শতিকাৰ অসমীয়া সাহিত্যত হেমচন্দ্ৰৰ ঠাই নিশ্চয় অতি ওখ।

**গুণাভিৰাম বৰুৱা** (১৮৩৭-৯৫)—গুৱাহাটীৰ পৰা আহি যোৰহাটত ১৮৩৭ত আনন্দ ফুকনৰ বৰপিতাক ৰণৰাম বৰুৱাৰ এটি পুত্ৰ ওপজে, তেৱেঁই গুণাভিৰাম। ফুকনৰ দৰে এওঁকো কলিকতাত ইংৰাজী পঢ়িবলৈ পঠোৱা হয়, কিন্তু ফুকনৰ অকাল মৃত্যুত শিক্ষাৰ সামৰণি নৌ পৰোতেই এৰো কলিকতাৰ পৰা উলটিব লগা হয়। ১৮৬০ ত এওঁ মুন্সিফ কামত নিযুক্ত হৈ ১৮৯০ৰ ৩১ মাৰ্চত সুখ্যাতিৰে তাৰ পৰা অৱসৰ লয়। সামাজিক মতত এৰো হেমচন্দ্ৰৰ দৰে উদাৰপন্থী আৰু বিধৱা-বিবাহৰ পক্ষপাতী আছিল। ১৮৬৭ ৰ জুলাইত এওঁৰ প্ৰথমা তিৰুতা ব্ৰজসুন্দৰী ঢুকোৱাত ১৮৭০ত পৰশুৰাম বৰুৱাৰ বাঁৰী তিৰুতা বিষ্ণুপ্ৰিয়াক এওঁ বিয়া কৰায়। সেইদৰে এওঁৰ কন্যা স্বৰ্ণলতাও বাঁৰী হোৱাত দ্বিতীয় বাৰ বিয়া কৰাই দিয়ে।

১৮৯২ ৰ ২৬ মাৰ্চত বিষ্ণুপ্ৰিয়া আৰু ১৮৯৪ৰ ২৫ মাৰ্চত গুণাভিৰামৰ ঢুকায়। 'আসাম বুৰঞ্জী' (১৮৮৪), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত' (১৮৮০) আৰু সামাজিক চিত্ৰ "ৰাম-নৱমী" উপন্যাস গুণাভিৰামৰ সাহিত্যিক অৱদান; 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' তেওঁৰ মৃত্যুৰ পাছত পুথিৰ গঢ়ত ওলায়। হেমচন্দ্ৰৰ সম্পাদিত 'আসাম নিউজ"ৰ দৰে গুণাভিৰামৰ সম্পাদিত 'আসাম-বন্ধু' (মাঘ, ১৮০৬ শক) কাকতে আধুনিক অসমীয়া সাহিত্যৰ ক্ৰমোন্নতিৰ বাটত যথেষ্ট সহায় কৰে। আনন্দ ফুকনৰ পিছতে গুণাভিৰামক অসমীয়া ভাষাৰ এজন বিশেষ উৎসাহদাতা বুলি হেমচন্দ্ৰই আত্মজীৱনীত শলাগ জনাইছে। ইংৰাজী সাহিত্যত সুবিখ্যাত বছৱেলৰ জন্সনৰ জীৱনীৰ দৰে, এওঁৰ ৰচিত আনন্দ ফুকনৰ চৰিত্ৰে৷ অসমীয়া সাহিত্যত বিশেষ ঠাই আছে। এওঁৰ অসম বুৰঞ্জীও আধুনিক প্ৰমাণমূলক ধৰণেৰে ৰচিত প্ৰথম অসম বুৰঞ্জী, সন্দেহ নাই। ইয়াৰ বাহিৰেও "আসাম বন্ধু"ত ওলোৱা এওঁৰ 'আসাম, অতীত আৰু বৰ্ত্তমান" আদি প্ৰবন্ধ আধুনিক ঐতিহাসিক আলোচনাৰ একোটি ঘাই খুটিৰ দৰে। পোনতে 'বিজুলী'ত প্ৰকাশিত 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' অসমীয়া হাস্যৰসৰ কথা-ৰচনাৰ বিতোপন নিদৰ্শন। মুঠতে আনন্দৰাম ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা আধুনিক অসমীয়া সাহিত্যৰ বাটকটীয়া আৰু জোৰ-ধৰোঁতা।

**অসমীয়া আলোচনী আৰু বাতৰিকাকত সাহিত্য—** আমেৰিকাৰ বেপ্টিষ্ট মিস্যন সমাজে "অৰুনোদই"ৰ যোগে অসমীয়া আলোচনী আৰু বাতৰিকাকতৰ যি বীজ ৰুলে, অচিৰে সিয়েই এটি মহা মহীৰুহ হৈ উঠিল। এই কাকতৰ প্ৰেৰণাতে আসাম-বিলাসিনী (১৮৭১), আসাম-মিহিৰ (১৮৭২), আসাম দৰ্পণ (১৮৭৪), ১৮৭৫-৭৬ত



নগাঁৱৰ পৰা বিজ্ঞান, সাহিত্য আৰু ধৰ্ম্ম সম্পৰ্কীয় আন তিনিখনি কাকত, ১৮৭৬ত গোৱালপাড়া হিতসাধিনী, চন্দ্ৰোদয় আৰু আসাম-দীপক ওলায়। তাৰ পাছত হেমচন্দ্ৰ বৰুৱাৰ সম্পাদিত আসাম-নিউচ (১৮৮২-৮৫) আৰু গুণাভিৰাম বৰুৱাৰ আসাম-বন্ধু (১৮৬৫-৮৬) ওলাই এটা পৰিবৰ্ত্তনৰ সূচনা কৰে আৰু সেই প্ৰেৰণাতে মৌ (১৮৮৬) আৰু ১৮৮৮ত আসাম-তাৰা আৰু লৰা-বন্ধু ওলায়। ১৮৮৯ ৰ ৯ ফেব্ৰুৱাৰীত প্ৰকাশিত 'জোনাকী' কাকতে প্ৰকৃত আধুনিক অসমীয়া যুগৰ সূচনা কৰে আৰু তাৰ প্ৰেৰণাত বিজুলী (১৮৯০), আসাম (১৮৯৪), টাইমছ অৱ-আসাম (১৮৯৬), আসাম-বন্তি (১৯০০), ইষ্টাৰ্ন হেৰল্ড (১৯০২), ছিটিজেন (১৯০৪), এডভকেট অৱ আসাম ১৯০৫ আসাম-ক্ৰণিকল আৰু দীপ্তি, আৰু ১৯০৭ত উষা ওলায়। ১৯০৯ প্ৰকাশিত "বাঁহী"য়ে 'জোনাকী'ৰ পোহৰকে পুনৰ উজ্জ্বল কৰে আৰু তাৰ পাছত ১৯১০ত আলোচনী আৰু আসাম-বান্ধৱ, ১৯১১ত কবিতা-লতা আৰু বিশ্ববাৰ্ত্তা, ১৯১২ত আসাম-হেৰাল্ড আৰু আসাম-বায়ত, তাৰ পাছত ৰণৰ বাতৰি (১৯১৪), অৰুণ (১৯১৬), অসমীয়া (১৯১৮), প্ৰভাত, ইচলামি আখবৰ (১৯১৯), চেতনা (১৯১৯), অসম-প্ৰদীপিকা (১৯২০) আসাম-কৃষক (১৯২১), জন্মভূমি (১৯২২), অৰ্ঘ্য (১৯২২); ১৯২৩ত মিলন, মইনা, বিবাৰ; ১৯২৪ত সাধনা, কটন্ কলেজ মেগেজিন, আসাম-হিতৈষী, জাগৰণ; ১৯২৫ত, ইকনমিক্ জৰ্ণেল অৱ আসাম, থেতিয়ক, অসম সাহিত্য সভা পত্ৰিকা; ১৯২৬ত অৰুণ, প্ৰভাতী, জননী, কাৰবাৰ আৰু কাৰবাৰী, পশুপালন, জেউতি, সেৱা, সত্যবাদী ১৯২৭ত ইন্টাৰনেশ্যনেল টাইমছ, প্ৰান্তবাসী; ১৯২৮ত সন্তপ্ৰদীপ, প্ৰচাৰক; ১৯২৮ত ঘৰজেউতি, কটন কলেজিয়েট স্কুল মেগেজিন; ১৯২৯ত গল্পচিৰিজ, বাতৰি, আৱাহন কাকত ওলায়। ইয়াৰ পাছতো

অসমীয়া নানান আলোচনী ওলাব আৰু মৰিব লাগিছে। মুঠতে অসমীয়া সাহিত্যক নতুন প্ৰেৰণা দি সঞ্জীবিত কৰা স্বৰূপে অৰুণোদই, আসাম-নিউজ, জোনাকী, বাঁহী আৰু আৱাহন কাকত আদি লেখত লবলগীয়া আৰু সেই অনুসাৰেই বৰ্ত্তমান যুগৰ উপবিভাগ পাতিবলৈ সুবিধা। দুখৰ কথা, অসমীয়া আলোচনীয়ে অতীতত অসমীয়া সাহিত্যক যিদৰে প্ৰেৰণা যোগাইছিল, সম্প্ৰতি ঠিক তেনে কৰিব পৰা নাই।

**অসমীয়া পুৰণি সাহিত্যৰ পুনৰ্প্ৰচাৰঃ**—আমেৰিকাৰ বেপটিষ্ট মিস্তন সমাজৰ প্ৰৱৰ্ত্তিত ভাষামূলক আন্দোলনৰ ফলত অসমীয়া সাহিত্যত যি এটি বিশেষ জাগৰণৰ ঢৌ উঠিল, পুৰণি অসমীয়া সাহিত্যৰ পুনৰ্প্ৰচাৰ তাৰ এক প্ৰধান অঙ্গ; আৰু আন অনেক বিষয়ৰ দৰে অসমীয়া পুৰণি পুথি ধ্বংসৰ মুখৰ পৰা ৰক্ষা কৰাৰ প্ৰথম চেষ্টা কৰোঁতা বেভাৰেণ্ড নেথন্ ব্ৰাউন। ১৮৫০ লৈকে এওঁ এনে ডুকুৰিমান পুথি গোটায় আৰু তামুলী ফুকন আৰু বৰবৰুৱাৰ সম্পাদিত 'আসাম বুৰঞ্জী' আৰু 'অৰুনোদই'ত প্ৰকাশিত "ছুটিয়া বুৰঞ্জী" তাৰ অন্যতম। তাৰ পাছত এই বিষয়ত হাতদিওঁতা হৰিবিলাস আগৰৱালা (১৮৪২-১৯১৬)। ১৮৭৬ ত এওঁ জয়ে জয়ে শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা আৰু তাৰ পাছত যথাক্ৰমে আদি, মধ্য আৰু শেষ দশম, একাদশ, প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্কন্ধ ভাগৱত প্ৰকাশ কৰে। তাৰ পাছত শ্ৰীশঙ্কৰদেৱৰ সীতা-সয়ম্বৰ (ৰাম-বিজয়) নাট, গুণমালা, ভটীমা আৰু বৰগীত আদিও এৱেঁ ঊনৈশ শতিকাৰ শেষ ভাগৰ ভিতৰতে ছপাই উলিয়ায়। ইয়াৰ বাহিৰেও হৰিবিলাসেই 'শব্দকল্পদ্ৰুম'ৰ পণ্ডিতৰ হতুৱাই পুৰুষোত্তম ঠাকুৰৰ 'প্ৰয়োগ ৰত্নমালা' ব্যাকৰণ সম্পাদিত কৰাই উলিয়ায়। তদুপৰি এওঁ মাধৱদেৱৰ ভক্তি-ৰত্নাৱলী আৰু দৈত্যাৰি ঠাকুৰৰ শঙ্কৰ-মাধৱ-গুৰু চৰিত্ৰ, আৰু বিপুঞ্জয়-স্মৃতি পুথি প্ৰকাশ



কৰে। হৰিবিলাসৰ অৰ্থ-সাহায্যৰ গঁৰিলা লৈয়ে গুণাভিৰাম বৰুৱাই 'কাব্যকুসুম' নাম দি কিছুমান পুৰণি বৈষ্ণৱ ভণিতা ছপাই উলিয়ায়। এওঁৰ পাছতে মাধৱচন্দ্ৰ বৰদলৈয়ে (১৮৪৬-১৯০৭) অসমীয়া সাহিত্যৰ পুৰণি সম্পদ উদ্ধাৰৰ চেষ্টাত যোৱা শতিকাৰ শেষ ভাগত নিজে বহু অৰ্থ ভগন কৰি শঙ্কৰ-মাধৱ আৰু মাধৱ কন্দলীৰ সাতকাণ্ড ৰামায়ণ প্ৰকাশ কৰে। তদুপৰি ১৮৯৫ ত বৰপেটাৰ সনাতন ধৰ্ম্মযন্ত্ৰৰ পৰা এওঁ পুৰুষোত্তম গজপতিৰ দীপিকা-চন্দ্ৰ পুথি ছপাই উলিয়ায়। অসমীয়াৰ অষ্টাদশ পৰ্ব্ব মহাভাৰত উলিয়াবৰ যো-জা কৰোঁতেই লক্ষেশ্বৰ শৰ্ম্মা অকালতে ঢুকায়। হেমচন্দ্ৰ গোস্বামীয়ে অসম চৰ্কাৰৰ সহায়ত সেইবোৰ অসম্পূৰ্ণ কামত হাত দিয়ে।

**অসমীয়া ৰচনা-সাহিত্যৰ আৱিৰ্ভাৱঃ**—এবিধ সাহিত্য ৰূপে ৰচনা বা প্ৰবন্ধ অসমীয়া সাহিত্যত উপন্যাস আদিৰ দৰে ইংৰাজী সাহিত্যৰ অন্যতম অৱদান। কোনো নিৰ্দ্দিষ্ট বিষয়ৰ চুম্বক আলোচনা, বিশেষ নামেৰে নহলেও, ইংৰাজীত যোল শতিকা বা তাৰ আগৰে পৰা আছিল; তথাপি তাৰ বিশিষ্ট প্ৰথম নিদৰ্শনৰ লগত বেকনৰ নাম সংশ্লিষ্ট আৰু তেৱোঁ এই বিষয়ৰ ধাৰণা সম্ভৱতঃ তেওঁৰ আগৰ ইংৰাজী সাহিত্যিকতকৈ ফৰাচী সাহিত্যিক মণ্টেনৰ বিখ্যাত ৰচনাবোৰৰ পৰা পোৱা। ইংৰাজীত টেছিটছৰ অনুসৰণৰ নিচিনা চুম্বক তীক্ষ্ণ খণ্ডবাক্য আৰু তেনে গধুৰ সাৰগৰ্ভ বাক্যবিন্যাসৰ গুৰি বেকনেই। সপ্তদশ শতিকাত ইংৰাজীত এই বিধ সাহিত্যৰ বিশেষ শ্ৰীবৃদ্ধি হয় ফুলাৰ, ব্ৰাউন্, মিল্টন, কাউলি আদি গদ্য লেখক সকলৰ হাতত। তাৰ পৰা বৰ্ত্তমানলৈকে, ওঠৰ শতিকাৰ ষ্টীল, এডিছন আদি সুপ্ৰসিদ্ধ গদ্যলেখকৰ আলোচনী-সাহিত্যৰ ভিতৰেদি তাৰ সোঁত আজিলৈকে চলি আহিছে। সাধু-উপন্যাস নহয় কিন্তু

তেনে পাতল অথচ সাৰুৱা শিক্ষাপ্ৰদ কোনো বিষয়ৰ লিখা পঢ়িবৰ ধাউতি এই ৰচনা সাহিত্যই পূৰণ কৰে। অসমীয়াৰ আধুনিক যুগৰ আগত এনে বিধ সাহিত্য পাবলৈ নাই; "অৰুনোদই"ৰ সৈতেই ইয়াৰ অভ্যুদয় বুলিব পাৰি। সেইদৰে আধুনিক প্ৰসিদ্ধ অসমীয়া গদ্যলেখক আনন্দৰাম, গুণাভিৰাম, হেমচন্দ্ৰ, কমলাকান্ত, লম্বোদৰ, সত্যনাথ, লক্ষ্মীনাথ আদিকেই এই বিধ সাহিত্যৰো গুৰিধৰোতা বুলিব লাগিব। আনন্দৰামৰ "ইংলণ্ডৰ বিৱৰণ"; গুণাভিৰামৰ "সৌমাৰ ভ্ৰমণ", হেমচন্দ্ৰৰ আত্মজীৱনী, কমলাকান্তৰ "গুটিদিয়েক চিন্তাৰ ঢৌ", লম্বোদৰৰ আনন্দৰাম বৰুৱাৰ জীৱনিৰ পাতনি, সত্যনাথৰ 'জীৱনৰ শান্তিপৰ্ব্ব', লক্ষ্মীনাথৰ 'অসমীয়া ভাষা' আদি অসমীয়া ৰচনা-সাহিত্যৰ উজ্জ্বল নিদৰ্শন। ৰচনা-ৰীতিত সৰলতা, প্ৰাঞ্জলতা, চুম্বকতা আদি গুণেৰে হেমচন্দ্ৰ বাট-দেখাওঁতা হলেও এতিয়ালৈকে আদৰ্শনীয় হৈয়ে ৰৈছে। লম্বোদৰৰ লগত ইংৰাজ লেখক মেকলেৰ দৰে এক অলঙ্কাৰযুক্ত সুন্দৰ সুশ্ৰাব্য আৰু আড়ম্বৰপূৰ্ণ গদ্যৰ ঠাচ আৰু সত্যনাথৰ লগত ইংৰাজ লেখক বেকনৰ অনুকৰণত এক চুটি সাৰগৰ্ভ বাক্য লিখাৰ গঢ় সোমায়; এওঁলোকৰ এজনৰ ৰচনাত অলঙ্কাৰৰ ভৰত আৰু আনজনৰ কৃত্ৰিমতাৰ শিকলিৰ বাবে ক্ষিপ্ৰ গতিৰ যি অভাৱ, লক্ষ্মীনাথৰ যাইকৈ হাস্যৰসৰ ৰচনাত সি মুক্ত। ৰজনীকান্তৰ 'ভোলাই শৰ্ম্মা'ৰ ৰচনা আৰু কমলাকান্তৰ গহীন ৰচনা, ইংৰাজ লেখক কলেৰীজৰ ৰচনাৱলীৰ দৰে গধুৰ হলেও সুন্দৰ।

**আধুনিক কাব্যৰীতিৰ অভ্যুদয়।**—"আধুনিক" কথাটো অকল কালবাচকেই নহয়, ই দেশবাচকো; এই বাবেই আজিয়াৰ জাপান আধুনিক, চীন আধুনিক নহয়। দেশৰ লগত দেশৰ আৰু জাতিৰ লগত জাতিৰ যি আন্তৰিক সমিল-মিল আৰু সাল-সলনি



তাৰ ফলত সেই দেশবোৰৰ আৰু সেই জাতিসমূহৰ যি এটি নতুন প্ৰাণৰ সন্ধান, নবীন জাতীয় ৰূপ বা অভিনৱ যুগ ধৰ্ম্ম লাভ, সেয়ে আধুনিকতাৰ বিশিষ্ট অৱদান। মুঠতে, বিশ্বমানৱৰ মাজত ব্যাপকতৰ, গভীৰতৰ আৰু ঘনিষ্ঠতৰ কল্যাণতে আধুনিকতাৰ জন্ম; আৰু ইউৰপেই ইয়াৰ পৰশমণি স্বৰূপ। এই পৰশৰ অবিহনেই বঙালী কবি ভাৰত চন্দ্ৰ, ঈশ্বৰ গুপ্ত, দীনবন্ধু আদিৰ দৰে অসমীয়া কবি বিশ্বেশ্বৰ, হৃতিৰাম, পূৰ্ণকান্ত আদিলৈকে অসমীয়া কাব্য প্ৰাদেশিক সঙ্কীৰ্ণ কল্পনা আৰু ঠেক অনুভৱৰ মেৰত বান্ধ খাই আছিল, আৰু সেই পৰশ-লাভতে বঙালী কবি মধুসূদন আৰু বঙ্কিমচন্দ্ৰৰ দৰে অসমীয়া কবি ৰমাকান্ত, ভোলানাথ, কমলাকান্ত আদিয়ে সেই সঙ্কীৰ্ণতাৰ গৰাল ভাঙি জয়ে জয়ে দেশ-দেশান্তৰৰ হাব-ভাব আৰু ৰীতি-নীতিৰ আভাস যাচিলে। অৱশ্যে যদিও এই কবিসকলত আধুনিকতাৰ পাতনি হৈছে, ই বাহ্যদৃষ্টিমূলক; কিয়নো অভিমন্যু-বধ বা সীতা-হৰণ কাব্য আদিত ব্লেঙ্ক ভাৰ্চ আদিৰ প্ৰচলন সোমালেও, তাৰ ভিতৰ-বস্তুত দেশীয় কল্পনা বা জাতীয় চৈতন্যই থাকিল; বা মিলিলেও সি তেল-পানীৰ দৰে মাজত এটি ভেদ-ৰেখা বা বৈসাদৃশ্য লৈয়েই মিলিছিল, যেন বৰ চুৰিয়াৰ ফেৰৰ ওপৰত হেট্-নেক্টাই! কিন্তু তেওঁলোকৰ পাছত চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ, লক্ষ্মীনাথ আদি অসমীয়া নৱন্যাস কবি-সকলৰ সেই বাহ্যদৃষ্টিৰ লগত যি অন্তৰ্দৃষ্টি লগ লাগিল, তাৰ ফলত দেশী বিদেশী দুইটি সুৰৰ প্ৰথম সমন্বয়ৰ ঐক্যতান বাজি উঠিল। দেশী-বিদেশী বা ভাৰতীয়-ইউৰুপীয় চেতনাৰ প্ৰভেদ স্থূল বা ইন্দ্ৰিয়গত জগতক আলিঙ্গন নকৰা বা কৰাত নহয়, তাক বৰণ কৰা নীতিতহে। শৰীৰৰ লগত শৰীৰৰ মিলনৰ যি সৰসতা, যি তৃপ্তি-উপভোগ, সেয়ে ইউৰপৰ প্ৰফেন্ বা পেগান্ অৰ্থাৎ বৈষয়িক নীতি।

ভাৰতীয় আধ্যাত্মিক অতীন্দ্রিয় নীতিত পাৰ্থিৱ সম্বন্ধৰ মাজতে সকলো শেষ নহয়, আৰু ইন্দ্রিয়গত বিষয়ো নিজস্ব মূল্যতকৈ স্থকীয়া এটি সত্যৰ প্ৰতীক বুলিহে ধৰা হয়; যেনেকৈ, পতি-পত্নী পিতা-পুত্ৰৰ সম্বন্ধ ধৰা হয় আত্মা স্বৰূপেহে, পাৰ্থিৱ সম্পৰ্কত নহয়।

**অসমীয়া কবিতা আৰু গানত নৱন্যাসৰ ক্ৰমবিকাশ—** চন্দ্রকুমাৰ লক্ষ্মীনাথ আৰু হেমচন্দ্ৰক উনৈশ শতিকাৰ ইংৰাজ বিল-কবি ৱৰ্ডছৱৰ্থ কলেৰীজ আৰু ছাদিৰ দৰে, অসমীয়া কবিতাৰ নৱন্যাসৰ প্ৰথম ত্ৰিমূৰ্ত্তি, আৰু "জোনাকী"ক (১৮৮৯) ইংৰাজী নৱন্যাসৰ প্ৰথম প্ৰমাণপঞ্জী "লীৰিকেল্ বেলেডছ" (১৭৯৮) বুলি সাধাৰণভাৱে কব পাৰি। চন্দ্রকুমাৰৰ "বনকুঁৱৰী", "জলকুঁৱৰী", "নিয়ৰ", "ফুলা সৰিয়হ ডৰা" আদি; লক্ষ্মীনাথৰ "প্ৰিয়তমাৰ সৌন্দৰ্য্য" "ভ্ৰম" আদি; আৰু হেমচন্দ্ৰৰ প্ৰথম অসমীয়া ছনেট "প্ৰিয়তমাৰ চিঠি" আদি এই নৱন্যাসৰ ফেহু-জালিৰ দৰে। সাহিত্যত এওঁলোকৰ সামান্য পূৰ্ব্ববৰ্ত্তী ৰমাকান্ত, কমলাকান্ত, ভোলানাথ, সত্যনাথ আদি আৰু অলপ পৰবৰ্ত্তী ৰেণুধৰ, পদ্মনাথ, আনন্দচন্দ্র, হিতেশ্বৰ আদিয়ে পৰিপূৰক ৰূপে এই আন্দোলনত সহায় কৰে। আধুনিক অসমীয়া গীত-ৰচনাও এই নৱন্যাসৰ অন্যতম প্ৰচাৰ; আৰু সত্যনাথৰ 'গীতাৱলী' (১৮৮৮), ভকতৰামৰ "প্ৰণয় গান', (১৯০১), ৰেণুধৰৰ 'দশগীত', 'সৰু লৰাৰ গান' (১৮৯৯), "অসমীয়া ভাই' (১৯০১), 'বাঁহী' (১৯০৬), আদি; আৰু লক্ষ্মীৰামৰ "সঙ্গীত-কোষ' (১৯১১) আদি এই বিষয়ৰ প্ৰথম চেষ্টা। অসমীয়া জন-কাব্যৰ আলোচনা আৰু পুনৰ্প্ৰচাৰেও অসমীয়া নৱন্যাসৰ অনুপ্ৰেৰণা যোগায়; চন্দ্রকুমাৰৰ তেজীমলা, বীণ-বৰাগী আদি আৰু লক্ষ্মীনাথৰ বীণ আৰু বৰাগী, ধনবৰ-ৰতনী বা বদনচন্দ্ৰৰ গীত আদি এই শাৰীৰ কবিতাত অসমীয়া বৰাগীৰ গীত আৰু আন বেলেড বা গীত-কাব্যৰ প্ৰভাৱ বিশেষ



লক্ষ্য কৰিব লগীয়া। ইয়াৰ উপৰি, আনন্দচন্দ্রৰ 'ফুলকোঁৱৰ', 'পানেশৈ' আদিত এই জন-গীত-কাব্যৰ প্ৰভাৱ পোনপটীয়া; এই প্ৰসঙ্গত শিৱনাথ আদিৰ প্ৰকাশিত আৰু ভদ্ৰসেন আদিৰ সংগৃহীত যোজনা-ফকৰা, আই-নাম, বিয়া-নামৰ পুথিৰ উপৰিও, যোগেশচন্দ্ৰৰ নিচুকনি (১৯১৫), সূৰ্য্যকুমাৰৰ বৰফুকনৰ গীত (১৯২০), ডিম্বেশ্বৰৰ আকুলপথিক (১৯২২), ভুবনমোহিনীৰ বিয়াৰ নাম (১৯২৩), নকুলচন্দ্রৰ বহাগী (১৯২৫), ৰূপেশ্বৰৰ জনাগাভৰুৰ গীত (১৯২৫); ডিম্বেশ্বৰৰ ভোগজৰা (১৯২৭), পুতলি (১৯৪২), ৰহৰহী-পানীমিঠৈ (১৯৪৯) আদিৰ প্ৰচাৰ উল্লেখযোগ্য। অসমীয়া স্বৰ্গীয় কবিসকলৰ ভিতৰত গোপালচন্দ্ৰ, দেৱেন্দ্ৰনাথ, পদ্মনাথ, উমেশচন্দ্ৰ, সিংহদত্ত, গণেশলাল, ভৱনাথ, গণেশচন্দ্ৰ আদি আৰু বৰ্ত্তমান সকলৰ ভিতৰত ৰঘুনাথ, দুৰ্গেশ্বৰ, যতীন্দ্ৰনাথ, অম্বিকাগিৰি, পদ্মধৰ, সূৰ্য্যকুমাৰ, দণ্ডিনাথ, শৈলধৰ, ডিম্বেশ্বৰ, দৈৱচন্দ্ৰ, বিনন্দচন্দ্ৰ, কমলেশ্বৰ, অতুলচন্দ্ৰ, দেৱকান্ত, নীলমণি, আনন্দচন্দ্ৰ আদি; আৰু বৰ্ত্তমান লেখিকাসকলৰ ভিতৰত যমুনেশ্বৰী, ধৰ্ম্মেশ্বৰী, নলিনীবালা, আজলীতৰা, প্ৰতিভা আদিৰ নাম উল্লেখযোগ্য।

**অসমীয়া উপন্যাস আৰু চুটিসাধুৰ অভ্যুদয়ঃ—** অসমীয়া উপন্যাস আৰু চুটি সাধু বৰ্ত্তমান স্বৰূপত বিদেশী আমদানি আৰু দুইৰো যথাক্ৰমে ওঠৰ আৰু উনৈশ শতিকাত ইউৰপত জন্ম বুলিব পাৰি। আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা পদ্মাৱতীৰ "সুধৰ্ম্মাৰ উপাখ্যান" (১৮৮০) প্ৰথম অসমীয়া উপন্যাস; তাৰ পাছত পদ্মনাথৰ "লাহৰী" (১৮৯০), আৰু স্বকথিত উপন্যাস "ভানুমতী" (১৮৯২), আৰু হৰেশ্বৰ শৰ্ম্মা বৰুৱাৰ কুসুমকুমাৰী (১৮৯৯) আদি প্ৰকাশিত হয়। কিন্তু স্বৰূপতে ৰজনীকান্তই অসমীয়া উপন্যাসৰ পিতা আৰু স্বৰূপাৰ্থত তেওঁক অসমীয়া স্কট্ বা অসমীয়া বঙ্কিমচন্দ্ৰ বোলা হয়। তেওঁৰ

উপন্যাসসমূহৰ ভিতৰত 'মিৰিজীয়ৰী' (১৮৯৫) অসমীয়া নৱন্যা[illegible] এটি ডাল। তাৰ পাছত তেওঁৰ বুৰঞ্জীমূলক উপন্যাস মনোমত[illegible] (১৯০০), দন্দুৱাদ্রোহ (১৯০৯), ৰঙ্গিলী (১৯২৫), নির্মল ভকত (১৯২৬ ৰহদৈ লিগিৰী (১৯৩০) আদি প্রকাশিত হয়, আৰু এইবোৰৰ উপৰি আসাম-হিতৈষী কাকতত (১৯২৫-২৬) ৰাধা-ৰুক্মিণীৰ ৰণ আ[illegible] তাম্রেশ্বৰী মন্দিৰ উপন্যাস প্রকাশিত হয়। ইংৰাজী ঔপন্যাসি[illegible] ডিকেন্সৰ পিক্-উইক্ কাকতৰ দৰে, লক্ষ্মীনাথৰ কৃপাবৰবৰুৱাৰ কাকত[illegible] টোপোলা (১৯০৪), কৃপাবৰ বৰুৱাৰ ওভতনি (১৯০৯) আদি অসমী[illegible] সাহিত্যলৈ বিশিষ্ট দান; পদুমকুঁৱৰী (১৯০৫) এওঁৰ অন্যতম বুৰঞ্জীমূল[illegible] উপন্যাস। ইয়াৰ পাছত দণ্ডিনাথৰ ফুল (১৯০৮), সাধনা (১৯২৮) বিনন্দৰামৰ প্রেমকুঁহি (১৯১০); হিতেশ্বৰৰ মালিতা (১৯১৪ নবীনচন্দ্রৰ চন্দ্রপ্রভা, শান্তিৰামৰ বৈৰাগী (১৯২১); মিলন-মন্দি[illegible] (১৯৩০); চিন্তাহৰণৰ সংসাৰ-চিত্র (১৯২১), ১৯২২ত দৈৱচন্দ্র[illegible] ধুৱলিকুঁৱলী, দণ্ডিধৰৰ চপলা; যুগলমূর্তি; ১৯২৬ত স্নেহলতাৰ বীণা; ১৯৩০ত শৰৎচন্দ্রৰ "পানীপথ", হৰিনাৰায়ণৰ 'চিত্রদর্শন', লক্ষেশ্বৰ 'পম্পিয়াইৰ প্রলয়-কাহিনী', এই অনুক্রমে বহুত উপন্যাস ওলায়। চুটিস[illegible] বিষয়ত পোনতে পুৰণি ৰীতিত লক্ষ্মীনাথৰ বুঢ়ীআইৰ সাধু (১৯১১ ককাদেউতা আৰু নাতিলৰা (১৯১২), জুনুকা (১৯১৩); বিষ্ণুপ্রিয়া সাধুকথা, জ্ঞানানন্দৰ সাধুকথাৰ জোলোঙা (১৯০৯), আৰু কুমুদেশ্বৰ সাধুৰ ভঁৰাল আদি ওলায়; কিন্তু ইয়াৰ সৰহভাগেই পুৰণি চহা সাধু এই শাৰীৰে সংস্কৃতৰ ভাঙনি ইন্দ্রধৰৰ হিতোপদেশ (১৮৯৫), মহেশ্বৰ মিত্রলাভ (১৯১৫); ইংৰাজী ভাঙনি জ্ঞানদাভিৰামৰ দদাইৰ পজা, ভেনিছ[illegible] সাওদ, পঞ্চৰত্ন, ফাইজুদ্দিনৰ আৰবৰ সাধু, গুণাভিৰামৰ ৰহস্য-কাহিনী বসন্তকুমাৰৰ বেগনাৰৰ সাধু আদি বহুত সাধুকথা পুথি ওলায়। কিন্তু



আধুনিক চুটি সাধুৰ ধৰণত ৰচিত পুথি প্রকৃততে লক্ষ্মীনাথৰ সুৰভি (১৯০৯), সাধুকথাৰ কুকি (১৯১০), জোনবিৰি (১৯১৩); শৰৎচন্দ্রৰ গল্পাঞ্জলি (১৯১৪), ময়না (১৯২০), বাজিকৰ (১৯৩০); নকুলচন্দ্রৰ চোৰাংচোৰাৰ চৰা, লক্ষ্মীনাথৰ মালা (১৯১৮), হৰিনাৰায়ণৰ সমাজ কথা (১৯২১), মিত্রদেৱৰ চন্দ্রহাৰ (১৯২৪); দণ্ডিনাথৰ সাতসৰি (১৯২৫), ডিম্বেশ্বৰৰ দীপাৱলি (১৯৩১) আদি সম্প্রতি বহুত পুথি প্রকাশিত হয়।

**আধুনিক অসমীয়া নাটৰ অভ্যুত্থান**—হেমচন্দ্রৰ "কানীয়াৰ কীর্ত্তন" নামৰ ধেমেলীয়া বা বিদ্রূপাত্মক সামাজিক চিত্র, আৰু গুণাভিৰামৰ "ৰাম-নৱমী" নামৰ বিধৱা-বিবাহ সমর্থনকাৰী সামাজিক চিত্রই আধুনিক নাটৰ বাট দেখাওঁতা। এই সময়তে কেক্ষায়ৎ উল্লা নামে এজনেও এখন ধেমেলীয়া নাট উলিয়ায়। গহীন আধুনিক অসমীয়া নাটৰ ভিতৰত, অমিত্রাক্ষৰ ছন্দত অভিমন্যুবধ কাব্য লিখোঁতা ৰমাকান্তৰ সীতাহৰণ নাটেই প্রথম। নগাঁৱৰ ৰুদ্রৰামৰ বঙ্গাল-বঙ্গালনী আৰু দেৱনাথৰ হেমপ্রভা আৰু বৈদেহী বিচ্ছেদ; তেতিয়াৰ কলিকতা-প্রবাসী ছাত্র ৰত্নধৰ, ৰমাকান্ত, গুঞ্জানন আৰু লক্ষ্মীনাথৰ "ভ্রমৰঙ্গ"; আৰু ৰজনীকান্ত, কনকলালৰ আৰু গোপালকৃষ্ণৰ অপ্রকাশিত সাবিত্রী-সত্যবান নাটক প্রায় সেই কালৰে। উনবিংশ শতিকাৰ শেষ দশকত এইবোৰৰ উপৰিও, নলচৰিত্র কাব্যপ্রণেতা পূর্ণকান্তৰ হৰধনুভঙ্গ আৰু হৰিচন্দ্র (১৮৯৩) নাটক; কুসুমকুমাৰীৰ ঔপন্যাসিক হৰেশ্বৰৰ শকুন্তলা; দুর্গাপ্রসাদৰ বৃষকেতু, গুৰুদক্ষিণা, মহৰি আদি পৌৰাণিক সামাজিক আৰু ধেমেলীয়া নাট ওলায়। বেণুধৰ আৰু দুর্গাপ্রসাদৰ "কলিযুগ", বেণুধৰ আৰু পদ্মনাথৰ "ডেকা-গাভৰু" (১৮৯৯); বেণুধৰৰ "সেউতী-কিৰণ", "দুর্যোধনৰ উৰুভঙ্গ" (১৯০৩), "দক্ষযজ্ঞ" (১৯০৮), "কুৰি শতিকাৰ সভ্যতা", "দৰবাৰ" "তিনিঘৈণী" "অশিক্ষিতা

বৈণী", চোৰৰ সৃষ্টি, যমপুৰী ; চন্দ্ৰধৰৰ মেঘনাদ-বধ (১৯০৪) ভাগ্য-পৰীক্ষা (১৯১৫), "তিলোত্তমা সম্ভৱ"; দুৰ্গেশ্বৰৰ পাৰ্থ-পৰাজয়, বালিবধ চন্দ্ৰাৱলী ; লক্ষ্মীনাথৰ লিতিকাই (১৮৮৯-৯০) পাচনি, নোমল, চিকৰপতি নিকৰপতি, চক্ৰধ্বজসিংহ, বেলিমাৰ, জয়মতীকুঁৱৰী ; পদ্মনাথৰ গদাধৰ জয়মতী, সাধনী, লাচিত ফুকন, টেটোন তামুলী, গাওঁবুঢ়া, ভূত নে ভ্ৰম শকুন্তলা, দুৰ্গানাথৰ সীতাহৰণ, ভাৰতচন্দ্ৰৰ অভিমন্যু-বধ ; ৰূপচন্দ্ৰৰ পৰীক্ষা(১৯১০),শৈলধৰৰ বিদ্যাৱতী(১৯১৮), ধনীৰামৰ উৰ্বশীউদ্ধাৰ (১৯১৮ আৰু লৱকুশ(১৯১৯), জ্যোতিপ্ৰসাদৰ শোণিতকুঁৱৰী (১৯২৫), ইন্দ্ৰেশ্বৰৰ শ্ৰীবৎসচিন্তা(১৯২৭)অতুলচন্দ্ৰৰ নৰকাসুৰ, ডিম্বেশ্বৰৰ "কামৰূপ"(১৯৩০)আ পৌৰাণিক নাট ; কেশৱকান্তৰ লাচিতফুকন(১৯১২)দৈৱচন্দ্ৰৰ অসম-প্ৰতিভ (১৯২৩),পজিৰুদ্দিনৰ গুলেনাৰ (১৯২৪), ৰাধাকান্তৰ মূলাগাভৰু (১৯২৪ নকুলচন্দ্ৰৰ চন্দ্ৰকান্তসিংহ, বদন বৰফুকন, বুদ্ধীন্দ্ৰনাথৰ ৰমনী-গাভৰু[১৯২৮] আদি বুৰঞ্জীমূলক নাট; পদ্মনাথৰ ন-বোৱাৰী. নবীনচন্দ্ৰৰ গৃহলক্ষ্মী(১৯১১) আদি সামাজিক নাট ; কীৰ্ত্তিনাথ-মুক্তিনাথৰ বাসন্তীৰ অভিষেক(১৯২৯) আৰু লুইত কোঁৱৰ[১৯৩০]আদি গীতাভিনয় ; মিত্ৰদেৱৰ আঠমঙলী [১৯১৮], বিয়া-বিপৰ্য্যয় [১৯২৪] ; বৃন্দাবনচন্দ্ৰৰ ঠানুবাপু আদি এই যুগত অনেক ধেমেলীয়া নাটক বা প্ৰহসনো ৰচিত হয়।

**ৰজাঘৰীয়া সহায়, আনুষ্ঠানিক চেষ্টা আৰু ইংৰাজীত প্ৰচাৰমূলক গ্ৰন্থ** :—"বিনাশ্ৰয়ে ন জীৱন্তি পণ্ডিতা বণিতা লতাঃ।" ৰজাঘৰৰ অনুকূল মনোবৃত্তি আৰু সহায়ৰ অবিহনে সাহিত্যৰ উন্নতি-সাধন শকত কথা। ইংৰাজ আমোলৰ আৰম্ভত ৰজাঘৰীয়া প্ৰতিকূল মনোবৃত্তিৰ বাবে অসমীয়া সাহিত্যৰ বি হানি হল, অকিঞ্চিৎকৰ ভাবে হলেও ৰজাঘৰে বঁটা আদি দি তাক পূৰণ কৰিবলৈ যত্ন কৰিছিল অকল হেমচন্দ্ৰ বৰুৱায়ে এনে ৰজাঘৰীয়া বঁটা ৰূপে ১১০০৲ টক



পাইছিল। ইয়াৰ বাহিৰে নানা আনুষ্ঠানিক চেষ্টাৰ দ্বাৰাও অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে যত্ন কৰা হৈছিল ; সেইবোৰৰ ভিতৰত "আচাম দেশ হিতৈসিনি সভা" (১৮৫৫), অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা (১৮৮৮), অসমীয়া ছাত্ৰৰ সাহিত্য সভা (১৮৯৩ ?), অসম জাতিতত্ত্ব বিভাগ (১৮৯৪), কামৰূপ অনুসন্ধান সমিতি (১৯১২), অসম ছাত্ৰ সম্মিলন (১৯১৬), অসম মুছলমান ছাত্ৰ সম্মিলন, অসম সাহিত্য সভা (১৯১৭), অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ (১৯২৮) আদিয়েই ধাই। এইবোৰ অনুষ্ঠানৰ পৰা প্ৰকাশিত আলোচনী আৰু গ্ৰন্থ আদিয়ে নানান ভাৱে অসমীয়া সাহিত্যৰ উৎকৰ্ষ সাধন কৰিছে ; তাৰ ভিতৰত অ, ভা, উ, সা, সভাৰপৰা ওলোৱা অসমীয়া পুথিৰ তালিকা, জাতিতত্ত্ব বিভাগৰপৰা ওলোৱা পৰ্ব্বতীয়া জাতি বিষয়ক নানান ইংৰাজী গ্ৰন্থ ; অনুসন্ধান সমিতিৰ পৰা ওলোৱা ইংৰাজী আলোচনী, অসম বুৰঞ্জী, আৰু অসমীয়া পুথিৰ বিৱৰণ মূলক তালিকা অসম ছাত্ৰ সম্মিলনৰপৰা ওলোৱা আলোচনী জন্মভূমি আৰু মিলন, আৰু ৰহস্য-কাহিনী, আৰবোপান্যাস, ওৱেগনাৰৰ সাধু আদি গ্ৰন্থাৱলী ; অসম মুছলমান ছাত্ৰ সম্মিলনৰপৰা ওলোৱা আলোচনী "সাধনা" ; অসম সাহিত্য সভাৰ মুখপাত আৰু তাৰ যোগে প্ৰকাশিত কথামহাভাৰত, নৰনাৰায়ণ, দামোদৰ-চৰিত, বনমালী-চৰিত, সাধনা, ৰাঙ্কনী আদি পুথি আৰু চন্দ্ৰকান্ত অভিধান ; অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা ওলোৱা কামৰত্ন-তন্ত্ৰ, আহোম বুৰঞ্জী, অসম বুৰঞ্জী, কামৰূপ বুৰঞ্জী, অসমৰ পদ্য বুৰঞ্জী, ঘোৰা-নিদান, দেওধাই অসম বুৰঞ্জী, তুঙখুঙীয়া বুৰঞ্জী আদি লেখত লব লগীয়া। এইবিলাকৰ উপৰিও ইংৰাজীত নানান বিষয়ৰ গ্ৰন্থ ৰচিত হৈছে ; তাৰ ভিতৰত অসমীয়া জাতি, ভাষা আৰু সাহিত্যৰ বিষয়ত বেণুধৰৰ শ্ৰীহট্টীয় উপভাষা, অসমৰ বিৱৰণ, পুৰণি বুৰঞ্জী আদি ; ৰজনীকান্তৰ ৰামায়ণ-মহাভাৰতত বৰ্ণোৱা ঠাইবিলাকৰ প্ৰকৃত স্থাননিৰ্ণয় আদি; কনকলাল বৰুৱাৰ পুৰণি কামৰূপৰ বুৰঞ্জী; বাণীকান্তৰ অসমীয়া ভাষাৰ গঠন আৰু বিকাশ ; ডিম্বেশ্বৰৰ অসমৰ চিনাকি আদি বিভিন্ন বিষয়ক ইংৰাজী গ্ৰন্থই অসমীয়া সাহিত্যক যথেষ্ঠ অনুপ্ৰেৰণা দিছে।

---

**অসমীয়া সাহিত্যৰ ভৱিষ্যত**—এটা পৰাধীন যুগৰ অন্ধকাৰৰ মাজেদি আমি আজি আকৌ স্বাধীন যুগৰ ৰদকাঁচলিলৈ আহিছোঁহক, আৰু আশা কৰিছো অসমীয়া সাহিত্যও সেইদৰে আন্ধাৰৰ পৰা পোহৰলৈ আৰু মৃত্যুৰপৰা অমৃতলৈ আহিব। বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ সেৱা এতিয়ালৈকে অসমীয়াৰ মাজত "ডেকা বয়সৰ ৰঙৰ ঘোৰা, বিশ্ববিদ্যালয়ৰ জীৱনৰ স্বপ্নৰ মাধুৰী আৰু ভাটী বয়সৰ নিবন্থুৱাৰ বন" (কাব্য-প্ৰতিভা, আগকথা ১৯৩৫ খৃ: ) হৈয়ে আছে, ই দুৰ্ভাগ্যৰ কথা। আজি আধুনিক শিক্ষিত কেজনমানে যি সাহিত্য ৰচিছে সি সাধাৰণতে জাতিৰ ৰাজহাড় স্বৰূপ অসমীয়া জনসাধাৰণৰ প্ৰাণ স্পৰ্শ কৰিব পৰা নাই আৰু নোৱাৰেও, যিহেতুকে ইয়াত জাতিৰ মৰ্মবাণী আৰু জন-গণৰ হাব-ভাব সমূলি ফুটি উঠা নাই। জাতীয় সাহিত্য সদায়েই জাতীয় জীৱনৰ প্ৰতিবিম্ব ; কিন্তু আমি 'জীৱন' কথাটোৰ ওপৰত ভিৰ দিব লাগিব ; কিয়নো কমাৰৰ ভাটিৰ দৰে ফোঁচফোচালেই তাক জীৱন বুলিব নোৱাৰি। অসমীয়া সাহিত্যৰ "এই দিন ভিক্ষা, প্ৰাণ ৰক্ষা" স্বভাৱে সেইদৰে বৰ্ত্তমান অসমীয়া জাতিৰ মুমূৰ্ষ অৱস্থাৰ পৰিচায়ক। ভালৰ ফালে কব লাগিব, শিক্ষাৰ প্ৰসাৰৰ অনুপাতে অসমীয়া নতুন লেখকৰ লেখ বাঢ়িছে আৰু তেওঁলোকে বৰ্ত্তমান সময়োপযোগী নানা বিষয়ত পুথি লিখি অসমীয়া সাহিত্যৰ পৰিধি বহলাবৰ প্ৰয়াস কৰিছে। কিন্তু তাতো গভীৰ চৰ্চ্চা আৰু একান্ত অধ্যয়নৰ দৈন্য, অযথা আড়ম্বৰ আৰু আনৰ অন্ধ অনুকৰণ আদি আসোঁৱাহবোৰ ফুটি ওলাইছে; গতিকে বৰ্ত্তমান সাহিত্য দিশহীন, স্পন্দনশূন্য আৰু বৈচিত্ৰ্যবৰ্জিত। প্ৰকৃত সমালোচনাৰ অভাৱ আৰু বাতৰিকাকতৰ স্বাৰ্থজড়িত সস্তীয়া সমালোচনাই বৰ্ত্তমান অসমীয়া সাহিত্য আৰু ধুৰলি-কুঁৱলী কৰি পেলাইছে আৰু ইয়াৰ বাবে প্ৰভুত্বশীল অনুষ্ঠান আদিও জগৰীয়া। এই প্ৰতিকূল অৱস্থাবোৰ আঁতৰিলে আৰু অনুকূল অৱস্থাই আদৰ পালে ৰাজনৈতিক স্বাধীনতাৰ লগত মানসিক স্বাধীনতা আৰু প্ৰকৃত জাতীয় চৈতন্য জাগি উঠিলেই নতুন যুগৰ অসমীয়া সাহিত্যও ঠন ধৰি উঠিব, সন্দেহ নাই।

---

# অসমীয়া কথা-প্ৰতিভা

### অসমীয়া গদ্যৰ ৰীতি ক্ৰমবিকাশ

## প্ৰথম অধ্যায়—বৈষ্ণৱ যুগ (১৪৫০-১৬৫০)

[ গদ্যতকৈ পদ্যৰ জন্ম সকলো যুগতে সকলো দেশতে আগ ; সেই দৰে অসমতো। গতিকে পদ্যৰ দৰে অসমীয়া সাহিত্যৰ আদি যুগ (৭০০-১১০০) আৰু পূৰ্ব-বৈষ্ণৱ যুগৰ (১১০০-১৪৫০) অসমীয়া কোনো গদ্যৰ আহি আমি নাপাওঁহক।]

### শ্ৰীশঙ্কৰদেৱ (১৪৪৯-১৫৬৮)

[ আন বহুত বিষয়ৰ দৰেই শ্ৰীশঙ্কৰদেৱেই অসমীয়া গদ্যৰ জনক-জননী, আৰু তেৰাৰ অঙ্ক বা নাটবোৰেই তাৰ বাহন। বিদ্যাপতি হৰ্ষনাথ আদি মৈথিলি কবিসকলে শঙ্কৰদেৱৰ পূৰ্বে তেওঁলোকৰ নাটত কথা প্ৰয়োগ কৰিছিল যদিও, সি আছিল সংস্কৃত গদ্য ; গতিকে ভাৰতৰ প্ৰাদেশিক ভাষাত শঙ্কৰদেৱেই সৰ্বপ্ৰথম গদ্য লেখক বুলি সম্ভৱ আমি ঠাৱৰাব পাৰো। ব্ৰজবুলি মিহলি এই আদিম অসমীয়া গদ্য আৰু গীতবোৰ পুণ্যময় ব্ৰজধাম বা মিথিলাৰ ভাষা বুলি ধাৰণা জন্মাই তাৰ আচহুৱা গুণেৰে ওখ আধ্যাত্মিক সমতলৰ ভাষাৰূপে অসমীয়া দৰ্শক-মণ্ডলীৰ কৰ্ণেন্দ্ৰিয় পৰিতৃপ্ত কৰাৰ উপৰিও উত্তৰ ভাৰতৰ বৈষ্ণৱ কবিসকলৰ ৰচনাৰ এটি সৰ্বজনপ্ৰিয় আৰু প্ৰাচীন নিদৰ্শনৰূপে অনুপম।]

## পত্ৰ-লেখা—ৰুক্মিণী হৰণ নাট

স্বস্তি শ্ৰীপৰমেশ্বৰসকল সুৰাসুৰ বন্দিত পাদপদ্ম প্ৰপন্নজন তাৰণ নাৰায়ণ শ্ৰীশ্ৰীকৃষ্ণচৰণ সৰোজেষু ৰুক্মিণ্যাঃ সহস্ৰ প্ৰণাম লিখনম্ শিৰসিহ নিবেদনঞ্চ।

হে স্বামি! ভিক্ষুক মুখে তৱ গুণ ৰূপ শুনিয়ে কায়বাক্যমনে তোহাক পতিভাৱে ৱৰইছি। তথি পাপী শিশুপাল হামাক বিবাহ কৰিতে আৱল থিক যৈচে সিংহক ভাগ নিতে শৃগাল আসয় থিক। তাহে দেখিয়ে ভয়ে দণ্ডে যুগ যাই। জানি হামু নিজ দাসীক সত্বৰে নেৱ আসিয়া স্বামি।

যৱ বোল তোহো অন্তেষপুৰে ৰহ, কোন পৰকাৰে ভেট পাৱব. তথি উপায় কহোঁ, হে নাথ, তা শুনহ। বিবাহক পূৰ্ব্ব দিবস ভৱানীক মঠ চলব। সে সময়ে হামাক হৰি নিয়ে যাৱ।

যৱ তোহোঁ হেলা কৰি হামাক নাহি নেৱব, তৱ তোহাত বধ দিয়ে হামো প্ৰাণ ছাড়ব। পাপী শিশুপালক ছায়া হামো কবহো পাৱে নাহি পৰশো। ওহি জানি নিজ দাসীক হে নাথ উদ্ধৰ উদ্ধৰ। তৱ চৰণ-সৰোৰুহে কিং বহু লেখ্যমিতি পত্ৰমিদম্।

## ভগদত্তৰ অভিষেক—পাৰিজাত হৰণ নাট

ঐচন সিন্থু সমে বসুমতি আসি কহুঁ :

শ্ৰীকৃষ্ণক পৰি পৰণামি : কৰ জুড়ি বোলল :

হে স্বামি শ্ৰীকৃষ্ণ : কোটি কোটি ব্ৰহ্মাণ্ডেস্বৰ : পৰমপুৰুষ পুৰুসোত্তম : তুহু জগতগুৰু : তোহোক দ্ৰোহ কৰি : পাপি পুত্ৰ নৰক : নিজ পাপে নাস গৈল ( পাঃ গেল ) : তাহেক পুত্ৰ : ওহি



শিশু ভগদত্ত নাতিক : তোহাৰি পাৱে সমৰ্পল : আহেক ৰক্ষা কৰহ : হামাৰ সন্ততি ৰহোক : তোহাৰি চৰণ-পঙ্কজে কাতৰ কয়ে : অতৱে প্ৰসাদ মাগো গোসাঞি॥

সূত্ৰ॥ ওহি বোলি বসুমতি : বহুত বিলাপ শ্ৰীকৃষ্ণক আগু কয়ল : ঐছন করুণা বাণি সুনি নাৰায়ণ : বসুমতিক আশ্বাস কয় বোলল : আহে বসুমতি : তোহো তাপ তেজহ : তোহাৰি পুত্ৰ নৰকাসুৰ ভুমিক ভাৰ ভেলি : সে নিমিত্তে ইহাক মাৰি তোহাৰি ভাৰ দুৰ কয়ল : তোহাৰি বচনে : ওহি ভগদত্ত সিশুক কামৰূপ পাটে ৰাজা পাতব : তুহোঁ চিন্তা নাহি কৰবি।

ওহি বুলি শ্ৰীকৃষ্ণ বসুমতিক আলিঙ্গি আশ্বাসিৱে অন্তসপুৰ প্ৰৱেসি কহোঁ : ভগদত্তক ৰাজ্য অভিসেক কয়ল : সোড়শ হাজাৰ কন্যা তাহেৰ ৰাৰিত পাই : দ্বাৰকা পুৰ পঠাৱল : অদিতিক কুণ্ডল : বৰুণক চত্ৰ : মণি পৰ্ব্বত সয্যা : গৰুড়ক কন্ধে সত্যভামা সমে : স্বৰ্গক কৌতুকে চলল।

## গোপীৰ মিনতি—কেলি-গোপাল নাট

"হে বন্ধু মাধৱ : তোহাৰি জনম নিমিত্তে : গোকুল অধিক সম্পূৰ্ণ ভেল : সৰ্ব্বলোক সুখে ৰহইচি (পাঠান্তৰ-ৰহ) : হামাককৈচে মদনক হাতে মাৰয়ত থিক। হে সখি : তোহোঁ যসোদা নন্দন নহ : জগত ৰাখিতে ব্ৰহ্মাৱে প্ৰাৰ্থল : সে নিমিত্তে তোহোঁ সৰ্ব্ব অন্তৰ্য্যামি : শ্ৰীকৃষ্ণ ৰেকত হুয়াচ : আমৰাসৱক ( পাঃ হামৰাসৱক ) : অঘ বক বৎস পূতনা বৃষ্টি বহ্নি ( পাঃ বিস বহ্নিঃ ) হস্তে ৰক্ষা কৰইচ : অখন কি নিমিত্তে ৰজনি কহোঁ : বনমধ্যে হামাক তেজল স্বামি। জে ইস্বৰ নাৰায়ণ তুমি : ঐচন ভকতক ত্যাগ : তোহোক উচিত নহে। হে নাথ : জে ভকতক মনুৰথ পুৰে : সে হস্তপদ্ম হামাৰ মাথে থৈয়োসিয়া (-পাঃ থৱাসিয়া) স্বামি। জাহেৰ স্মৰণে জগতক পাপ হৰে : সোহি পদপঙ্কজ : হামাৰ স্তন উপৰে অৰ্পহ নাথ! দেখো দেখো : তোহাৰি কিঙ্কৰি মৰি জাঞ : অধৰামৃতে জিৱা ৱাসিয়া ( পাঃ জিয়াউ আসি ) : স্বামি॥

## শ্ৰীমাধৱদেৱ ( ১৪৮৯-১৫৯৬ )

[ শ্ৰীশঙ্কৰদেৱৰ ৰচনাৰ বোলা চিহ্নযাত্ৰা, পত্নীপ্ৰসাদ, জন্মযাত্ৰা, পাৰিজাত হৰণ, কালীয় দমন, কেলি গোপাল, ৰুক্মিণীহৰণ, কংসবধ আৰু ৰামবিজয় যথাক্ৰমে এই নখন নাটৰ চিহ্নযাত্ৰা, জন্মযাত্ৰা আৰু কংসবধ নাট সম্প্ৰতি পাবলৈ নাই; কেৱল ভিন ভিন প্ৰসঙ্গত এইকেখনৰ উল্লেখ পোৱা হয়। মাধৱদেৱৰ ৰচনাৰ বোলা চোৰধৰা পিপড়া গুচোৱা, ভূমিলোটোৱা, ভোজন ব্যৱহাৰ, অৰ্জ্জুনভঞ্জন ৰাসঝুমুৰা, দধিমথন আৰু কোটোৰা খেলা, এই আঠখনৰ নাম পোৱা হয়। অঙ্কীয়া নাট মাত্ৰই শ্ৰীশঙ্কৰদেৱৰ সাচত ঢলা। ]

### শিশুলীলা—পিম্পৰা গুচুৱা নাট

#### গিত ॥ ৰাগ শ্ৰীগান্ধাৰ ॥ পৰিতাল।

ধ্ৰুং ॥ মোৰ ঘৰে কে না তুমি বোলয় গুৱালি।
বলাইৰ কনিষ্ঠ মঞি ( পাঃ মোক ) বোলে বনমালি ॥

গোপি বোল ॥ আহে ( বালক ) হামাৰ মন্দিৰে তুহু কে ॥

কৃষ্ণ বোল ॥ হামাক নাহি চিনহ ঃ হামু বলভদ্ৰক কনিষ্ঠ ভাই

পদ ॥ গোপি বোলে এথা তুমি আইলা কি কাৰণে।
মোৰ ঘৰ বুলি আইলো বোলে নাৰায়ণে ॥

গোপি বোল ॥ আহে ( বালক ) ঃ তুহু বলাইক কনিষ্ঠ ঃ আঃ জানল ( পাঃ জানলো ) ঃ কি নিমিত্ত এথা আৱল [ পাঃ আৱলি ] থিক ॥

কৃষ্ণ বোল ॥ আহে [ গোপি ] ঃ হামু হামাৰ মন্দিৰ বুলি বুলি আৱল [ পাঃ আৱলি ] ঃ পন্থ বিচুৰল ॥

পদ ॥ জানিলো আসিলা তুমি ঘৰ নজানিয়া।
নৱনু কলষে কেনে আচ হাত দিয়া ॥



গোপি বোলে ॥ হে কৃষ্ণ ঃ তুহু ঘৰ নাহি জানি আৱল ঃ ইহাত কোনো দোষ নাহি ঃ হামাৰ নৱনু কলসি ভিতৰে ঃ কৈচন [ পাঃ কৈছে ] হস্ত নিৱেসিয়ে থিক ॥

কৃষ্ণ বোল ॥ আঃ হামাক বড় দোষ পাৱল [ পাৱলি ] ঃ ওঁহি পিপিলিকা সব নৱনু নাষ কয়ল ঃ ইহাক দুৰ কৰিতে হাত দিয়া আছি ॥

পদ ॥ হৰি বোলে গোপী বড় দোষ পাইলি বাছি।
পিম্পৰা গুচাইতে [ পাঃ গুচাইবে ] লাগি হাত দিয়া আছি ॥
গোপি বোলে উপকাৰ কৰি আচ ভাল।
কিসক জগাইলা [ পাঃ জগাইলি ] মোৰ নিন্দেৰ [ পাঃ নিদ্ৰাৰ ] চৱাল ॥

গোপি বোল ॥ হে কানাই ঃ তুহু হামাক ভল্ল উপকাৰ কয়ল [ পাঃ কয়লি ] ঃ আঃ ওঁহি নিদ্ৰাক বালক কি নিমিত্ত জগাৱল ( পাঃ জগাৱলি ) ॥

কৃষ্ণ বোল ॥ হে গোৱাৰি ( পাঃ গোৱালি ) ঃ ওহি বালক সম ধেনু ৰাখল ( পাঃ ৰাখলো ) ঃ হামাৰ এক বাচৰু নাহি পাৱত ঃ তাহেক পুচিতে ওঁহি বালক জগাৱল ( পাঃ জগাৱলো ) ॥

পদ ॥ কানু বোলে বৎস মযি খুজিয়া নপাইলো।
তাবে পুচিবাৰে তোৰ ( পাঃ লাগি ) চৱাল জগাইলো ॥
গোপি বোলে শুন অৰে টেন্টন কানাই।
তোহোৰ ( পাঃ তোহাৰ ) মুখত দেখো ( পাঃ কেনে )
নৱনু গোন্ধাই ॥

গোপি বোল ॥ হে ( পাঃ আহে ) কানাই তুহু বড়ি নাগৰঃ হামাক সব নৱনু খাই ঃ ঝুন্টা ( পাঃ অৱ ঝুন্টা ) বাত কহইছ ঃ জব তুহু নৱনু নাহি খাৱল ঃ তব বচন বোলিতে তোহাৰি বদন হন্তে কৈছন (নৱনুক) গন্ধ বাঝ হোই ॥

কৃষ্ণ বোল ॥ হে ( পাঃ আহে ) গোৱাৰি : তুহু বড়ি দাৰু হৃদয় : আপুন জিহ্বা ৰাখিতে নাপাৰি : আপুন গৃহে লৱনু খাৱ [ পাঃ খাৱলি ] : অৱ ভতাৰক ভয়ে : হামাক অপযস দেৱত : হামা গৃহে লৱনু কে পুচত : খাইবাক নপাই : ইহাৰি গৃহে চোৰি কৰি লৱনু খাৱল ॥

পদ ॥ কানু বোলে সুন অবে গোপি নিদাৰুনি ॥
তোহোৰ মুখত গন্ধ তইসে চুৰুনি ॥
সুনিয়া গোপিনি খুজি ( পাঃ এবোল সুনিয়া গোপি ) নপাইলা উত্তৰ
মিছা মাতি গোপিৰে ভাণ্ডিলা দামোদৰ ॥
সকল কলাৰ গুৰু প্ৰভু নাৰায়ণ।
গোপিৰে ভাণ্ডিবা তুমি এ কুন জতন ॥
কহয় মাধৱ হৰি সৰন তোহ্মাৰ।
মিচা মাতিবাৰ প্ৰভু কমন ( পাঃ এ কোন ) বেৱহাৰ ॥

## যশোদাৰ ভক্তি—অৰ্জ্জুন-ভঞ্জন নাট

জশোদা বোল ॥ হে ( পাঃ আহে ) বাপু শ্ৰীকৃষ্ণ : তোহে হামাৰি কোটি পুৰুষক পৰম দেৱতা : মাথাৰ মুকুট : সিৰেৰ ভুবণ গলাৰ সাতে সৰি : কৰ্ন্নেৰ কুণ্ডল : কৰেৰ কঙ্কন : আহে ৰাপু তোহাৰি অৰুণ অধৰক বালাই লঞা : মধুৰ হাস্যেৰ হুয়া মৰিয়ে জাঞা ৰাতুল চৰণক হুয়া মৰিয়ে জাঞা : ভালাৰে নয়না : কি না মধুৰ মুকতি : ভালাৰে খেল না : বাপু মোৰ আতি শিশুকালে : পুতনা ( পাঃ পুতনাৰ স্তন ) সুষিলা : চৰণক আগে : সকট উচাট কয়লা চক্ৰবাতক প্ৰাণ লেলহ [ পাঃ লেলা ] : বহু মিত্ৰভাব কৰিয়ে : হামা- বহুত্তৰ আনন্দ কৰয়া [ পাঃ কৰল ] থিক ॥



সূত্ৰ ॥ যষোৱা ওহি পৰকাৰে : কৃষ্ণৰ গুণ বৰ্ন্নাইতে : দধি মথনক শ্ৰম জানয়ে নাহি : শ্ৰীকৃষ্ণ মাৱৰ শ্ৰম দেখিয়ে : নিজ গুণ বৰ্ন্না সুনিয়ে : মনে বোল ॥

শ্ৰীকৃষ্ণ বোল ॥ হামু পৰমেশ্বৰ লক্ষ্মীৰ নায়ক : ইহাৰি গৃহে ভকতিক বশ্য হুয়া ৰহয়ছি : হামু জিৱক পৰম দুল্লভ : হামাকু পাই মন পুৰন নাহি ভেল : বস্তক বাঞ্চা নাহি টুটত : হামাৰা ভকতা গোপিসৱক : কোপ কৰিয়ে : লৱনু অধিক কৰিয়ে : গোপিসৱক দণ্ড কৰিয়ে : অতয়ে শ্ৰম কৰিতে লাগল : ইহাঙ্ক আয়ু লবনু তোলিতে নাহি দেৱৰ ॥

পদ ॥ মাৱক শ্ৰম পেখিয়ে তুলি হাষি ( পাঃ হাসি হাসি )
মথন দণ্ড ধৰল হৰি আষি ( পাঃ আসি ) ॥
তেজল মথন জষোমতি মাই।
মাধৱ দিন মুকুথমতি গাই ॥

## ৰামচৰণ ঠাকুৰ ( ১৫৫০?—১৬১০ ) ?

[ "শঙ্কৰ-চৰিত" ৰচয়িতা আৰু শঙ্কৰ দেৱৰ "ভক্তি-ৰত্নাকৰ"ৰ পদ-ভাঙনি কৰোতা, ভক্ত ৰামদাসৰ পুতেক আৰু মাধৱ দেৱৰ ভাগিনেক, শিষ্য আৰু সাৰথি স্বৰূপ ; কংসবধ নাট এওঁৰ অন্যতম কীৰ্ত্তি।]

## অক্ৰুৰৰ আদৰ—কংসবধ নাট

সূত্ৰ ॥ আহে লোক : সন্ধ্যা সময়ে : গোপপুৰ পাই অক্ৰুৰ : ধ্বজ-জৱ-পঙ্কজ অঙ্কুসে : অঙ্কিত কৃষ্ণক খোজসৱ পেখল : প্ৰেমে আকুল হুয়া : ৰথ হস্তে ডেৱ দিয়া : প্ৰত্যেক খোজে পৰিয়ে প্ৰণাম কয়ল : আতি প্ৰেমে মাটিত [ পাঃ মাটি লুটি ] বাগৰয় : ৰাম কৃষ্ণ বোলি প্ৰত্যেক খোজে ডাক চাৰয় : নয়নক নিৰ ঝুৰয় : সৰিৰ পুলকিত। আহে

লোক : কৃষ্ণক খোজ পেখিয়ে : অক্রূৰৰ জে ভাৱ মিলল : অতঃপৰ জিৱৰ পৰম দুৰ্লভ পুৰুসাৰ্থ নাহি : জানি কৃষ্ণ ভকতিক মনে সাৰ কৰিয়ে : নিৰন্তৰে হৰি বোল ॥...

সূত্ৰ ॥ তদন্তৰে অক্রূৰে স্বস্ত হুয়া : পুনু ৰথে চড়িয়া জাই : ৰামকৃষ্ণক দেখল : নানা ভূষনে ভূষিত হুই : আনন্দে ধেনু দোহন চাই ৰহইছে : মহা প্ৰেমে অক্রূৰ কৃষ্ণক চৰণে নমিয়ে ( পা : সমিপে ) : ৰথহস্তে দণ্ডৱতে পৰল : ত্ৰাহি কৃষ্ণ ত্ৰাহি কৃষ্ণ বুলি : ক্রন্দন কৰয় : নয়নে আনন্দে লোতক ঝুৰয়। অক্রূৰক ভকতি পেখি : শ্ৰীকৃষ্ণ স্নেহে আকুল ভেলহ : হস্ত পঙ্কজ তুলি : বাহু মেলি : আলিঙ্গন কয়ল : খুড়া বুলি প্ৰবোধি গৃহে প্ৰবেস কৰাৱল : পৰম সাদৰে সুবৰ্ন আসনে বৈঠাই : পাৱ পখালিয়ে : পৰমান্নে ভোজন কৰাৱল : পুষ্প চন্দনে ভূষিত কৰাই : কৰ্পূৰ তাম্বুল দেলহ : অক্রূৰ সুবৰ্ণ খাটত সুতল : তৈল্য লৈয়া দুয়ো ভাই : পাৱ মৰ্দ্দিল। তদন্তৰে : নন্দে অক্রূৰত বাত পুচত ॥

## গোপাল আতা [১৫৪১—১৬১১ ? ]

[ 'ভৱানীপুৰীয়া গোপাল' বুলি প্ৰখ্যাত মাধৱদেৱৰ শিষ্য : জন্মযাত্ৰা, নন্দোৎসৱ আৰু উদ্ধৱসম্বাদ নাট আৰু নানা গীত-ৰচয়িতা। ]

## শ্ৰীকৃষ্ণৰ জন্মনক্ষত্ৰ—জন্মযাত্ৰা নাট

দেৱতাসৱে বোল—হে পৰমেশ্বৰ ! তোহো পৰম দেৱৰো দেৱত সনাতন সৰ্ব্ব অন্তৰ্য্যামী মোক্ষৰ সাধন। তোহো সংসাৰ-বৃক্ষৰ কাৰ হেতু। মহা জ্ঞানীগণে ইহাক সবহু জানয়। মূঢ়সৱে প্ৰতিকূলভাৱে তোহাক ভেদ মানি বখানয়। সন্তৰ পালন ৰক্ষাৰ হেতু স্বয়ং অৱতৰি দুৰ্জ্জনক বিনাশি ভূমি-ভাৰ সৱহি হৰবি। তোহাৰি অ



ৰাতুল পল্লৱ চৰণ নৌকায়ে যোহি আশ্ৰয় কৰয়, বৎসপদ প্ৰায় সংসাৰ তৰয়। অন্যত্ৰ ফলবিহীন, সাধনে কিছুৱে তৰয় নাহি। সূত্ৰ বোল—দেৱতাসৱে ঐছন প্ৰকাৰে শ্ৰীকৃষ্ণক বহুবিধ স্তুতি কয়ল। দৈৱকীক প্ৰবোধ কৰিয়া আপোন স্থানে চলি গেলহ। তদন্তৰে শ্ৰীকৃষ্ণৰ মঙ্গল জন্ম-নক্ষত্ৰ মিলল। পৃথিবীত শুভ মঙ্গল সূচনা ভেল। নদীসৱ প্ৰসন্ন ভেল। পৰম সুগন্ধ বাত চৌপন্থে মিলল। মহন্ত সৱৰ মন সন্তৰ্পণ ভেল। বিল পঙ্কজে জাতিষ্কাৰ, সাগৰক সঙ্গে জলধৰ গৰ্জ্জিতে লাগল। মধ্যৰাত্ৰি অন্ধকাৰাছন্ন হুয়া মাধুৰ্য্য জ্যোৎস্না ভেল। সোহি মাহেন্দ্ৰ ক্ষণে শ্ৰীকৃষ্ণ জন্ম ভেল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## নন্দ-যশোদাক বুজনি—গোপী-উদ্ধৱ সম্বাদ নাট

উদ্ধৱ বোল ॥ হে নন্দ : হে যশোদা : তোৰাসৱ জগতৰ পূজ্য ভেলা : শ্ৰীকৃষ্ণ তোহাৰ পৰম প্ৰেম ভকতি ভেল : দেখিয়া পৰম সন্তোষ ভেলো : ওহি কৃষ্ণত পুত্ৰ-বুধি দুৰ কৰহ : ওহি কৃষ্ণ ঐছে পৰম দেৱতা তাহে সুনহ ॥ জগতৰ পৰম কাৰণ : জাহেৰ নাম স্মৰণ মাত্ৰে : পতিত পাতকি-সৱ নিস্তাৰ হয় : ওহি কৃষ্ণক অন্তকালে জোহি স্মৰে : সোহি কৃষ্ণক ৰূপ পাৱয় : তত্তকালে বিমানে বৈকুণ্ঠে চলয় ॥ আহে যসোদা : তোহাৰ মনে পৰয়ে নাহি : মৃত্তিকা ভোজন সময়ে ওহি কৃষ্ণৰ উদৰে চৈদ্দয় ভুবন পেক্ষল : লৱনু খাইবাৰ পদে : তোহো উৰলে বান্ধিতে লাগল : গৃহৰ জত জৰী বান্ধিতে নাহি পাৰয় : ইহাক মনে পৰয়ে নাহি ॥ আহে নন্দ : তোহেঁ। কৈছে বিছুৰল : যে সময়ে মথুৰা প্ৰবেসি ৰজকৰ মাথা চৱৰে চিণ্ডল : বেস্তকাৰক স্বাৰূপ্য দেলহ : কুজিক ৰাজ্য কয়ল : তিনি তাল মান ধনু ভাঙ্গল : কুবলয় চানুৰ কংস নিপাতল : ইহাক জানি কৃষ্ণত পুত্ৰ-বুধি চাৰহ।

**দৈত্যাৰি ঠাকুৰ**—[ ৰামচৰণৰ পুতেক আৰু "গুৰুচৰিত" প্ৰণেতা ]

## প্ৰহ্লাদৰ ভক্তিলাভ— নৃসিংহ যাত্ৰা নাট

শিশুসৱ বোল ॥ হে ৰাজকুমাৰ : তোহো অন্তেসপুৰে থিক : নাৰদক কমন পৰকাৰে ভেট পাৱল : ওহি সুমধুৰ হৰি নাম : নাৰদত হন্তে কমন প্ৰকাৰে শিক্ষা কয়লি ॥

প্ৰহ্লাদ বোল ॥ হে বালকসৱ : নাৰদক জৈছে লাগ পাৱলো : তা সুনহ। হামাৰ পিতৃ তপস্যাক গেল সুনিয়ে : দৈত্য-গণ ভয় হুয়া পলাৱল : ইন্দ্ৰে হামাৰ মাতৃক ধৰি আপুন থানে নিয়া জাই : সোহি সময়ে নাৰদে পাই : ইন্দ্ৰক উপদেশ বোলল : নাৰদক বাক্যে ইন্দ্ৰে মাতৃক চোড়ি আপুন থানে গেলহ : কৃপাময় নাৰদ মাতৃক আশ্ৰমে থৈয়া : জ্ঞান উপদেস দেলহ : হামাক গৰ্ভতে উপদেশ দেলহ : হামু ঋষিৰ প্ৰসাদে সুমৰণ কৰোহোঁ ॥

## সত্ৰাজিতৰ দুখ—স্যমন্ত-হৰণ নাট

শ্ৰীকৃষ্ণ বোল ॥ অয়ে ( পাঃ হে ) সত্ৰাজিত ! তোহাক হামু এক ( পাঃ হিত ) বচন বোলোহোঁ : তা সুনহ ॥ তুহু সূৰ্য্যক আৰাধিএ : স্যমন্তক মণি পাৱলি : সে মণিত হন্তে : তোহাৰি লাগে মানে অৰ্থ ভেল : এবে মণিত প্ৰয়োজন নাহি : ওহি দেৱক মণি : তুহু মনুষ্য অল্পচিত্ত : সে মণিত হন্তে : কালে বহু দুখ পাৱব : ওহি মণি ৰাজা উগ্ৰসেনক দেহ ॥

সূত্ৰ ॥ তাহে সুনিএ : সত্ৰাজিত পৰম ক্ৰোধ মনে : কৃষ্ণক নামাতি : আপুন গৃহে চলিএ গেল। তদন্তৰে : সত্ৰাজিতৰ কনিষ্ট ভাই, তাহাৰ নাম প্ৰসন্ন : সে ঘোড়াত চঁড়ি : কণ্ঠত স্যমন্তক মণি



পিন্ধি জৈছে মৃগ মাৰিতে বিজুবনে চলল : তাহে দেখহ সুনহ : নিৰন্তৰে হৰি বোল : হৰি বোল ॥

**দ্বিজ-ভূষণ**—[ অন্যতম শঙ্কৰ-গুৰু-চৰিত প্ৰণেতা ]

## অজামিলৰ অনুতাপ—অজামিল উপাখ্যান নাট

অজামিল বোল ॥ হৰি হৰি : হামু মহাপাপি : তিনি দুতে নৰকে লৈয়া জাই : চাৰি পাৰিসদে আসি ৰাখল : তাৰাৰ মুখে নামৰ মহিমা সুনলো : পাপিনি বেস্যাৰ সঙ্গে নিজ কুল নষ্ট কয়লো : ধন লোভে খন্তেক দুখ দেলোহো : সোহি পাপে নৰকে দুখ ভুঞ্জোহো : হৰি হৰি পাতকিৰ কোন গতি হৈব : জানো হৰি বিনে গতি নাহি : আজু চাৰি সিদ্ধক বচনে প্ৰমান : কৃষ্ণ বিনে কৃপাময় দেৱ নাহি : জানিয়ে কৃষ্ণৰ চৰণে সৰণ লৈলোহো : কৃষ্ণ নাম গলে বান্ধলো : কৃষ্ণত বিক্ৰয় গৈলো : কৃষ্ণ কথা মুখে লৈবো : কৰ্ন্নে কৃষ্ণ কথা সুনবো : নেত্ৰে ভক্তক দেখবো হস্ত দুহো কৃষ্ণৰ কৃত কৰবো : সিৰে কৃষ্ণক নমস্কাৰ কৰবো : প্ৰথমে ভক্তৰ সঙ্গ লৈবেৰ : জেন পুনৰপি জাতনাত নজাঞ। হে কৃষ্ণ বাপ : ত্ৰাণ কৰহ।

## বৈকুণ্ঠনাথ ভট্টদেৱ ( ১৫৫৮ ?—১৬৩৮ ? )

[ কবি সৰস্বতী আৰু তাৰা দেবীৰ পুত্ৰৰূপে বৰনগৰত এওঁৰ জন্ম। নাটকৰ বাহিৰে সাধাৰণ ৰচনাত এৱেই গদ্য পোনতে ব্যৱহাৰ কৰে। ]

## বৰ্ষা-বৰ্ণন—কথা-ভাগৱত

পাচে ৰাবিষা কাল প্ৰৱৰ্ত্তিলা : জাত সৰ্ব্ব প্ৰাণিৰ উদয় হয়। দসোদিস প্ৰসন্ন হৈলঃ জেন তিনি গুনাছন্ন হুয়া জিৱ প্ৰকাশ কৰে

তেমনে মেঘছায় আকাশো প্ৰকাষ কৰিল : জেন ৰাজা সুখ কালে লোকৰ কৰ লৱে : দুখ কালত দেয় : তেমনে সূৰ্য্যেৱো ভূমিৰ আঠমা জি জল সুষিছা তাক এড়িৱে আৰম্ভিলা : জেন কৃপালু সৱে লোক দুখ দেখি আপুনাৰ জিৱন এড়ে : তেমনে মেঘসৱ লোকৰ কৃপা জল বৃষ্টি কৰিল : জেন সকামি তপসি সৱে তপৰ ফল পাইলে বৃদ্ধি হয় : তেমনে গৃষ্মকালত তাপিত ভূমিয়ো বৃষ্টিজল পায়া তুষ্ট হৈলা জেন কলিযুগত পাপে পাসণ্ড প্ৰকাস কৰে : বেদ নকৰে : তেম বাঢ়িষা কালৰ ৰাত্ৰিত খাদ্যাতেসে প্ৰকাস কৰে।

## আত্মাৰ অমৰত্ব—কথা-গীতা

সঞ্জয়ে কহত,......অৰ্জ্জুনে মুযুঝিম বুলিয়া মৌনে ৰহিলা হৃষিকেশ ভগৱন্তো হাস্তবদনে দেহাত্মবিবেক দেখাই তাহান মো দূৰ কৰিতে এই বাক্য বুলিলা : হে সখি অৰ্জ্জুন, তুমি শোক অবিষয় বন্ধুসৱক শোক কৰা, তাত মঞি বোধ দিলেও পণ্ডিতসৱৰ ৰাদসৱ কহা, তুমি পুহু পণ্ডিত নহৱা ; যি পুহু পণ্ডিত হয়, সি জীৱন্ত মৰন্তা দুইকো শোক নকৰে। তাৰ হেতু শুনা : যেন মঞি অনাদি ঈশ্বৰ লীলাতহু ধৰিতে এড়িতেয়ো নাইকা নহো, কিন্তু সদায়ে থাকোঁ তুমি এই ৰাজাসৱো উপজি মৰিও মোৰ অংশ পদে নাইকা নহৱা কিন্তু সততে থাকা। পৰমাৰ্থত জন্ম মৰণ নাই নিমিত্তে শোক নকৰিবা। যদি বোলা তুমি ঈশ্বৰৰ জন্ম মৰণ নাই, ই সত্য হয় জীৱৰ পুহু জন্ম মৰণ প্ৰসিদ্ধ আছে, তাত শুনা। যেন দেহী পুৰুষৰ এই দেহাতে দেহ নিবন্ধন কৌমাৰ যৌৱন জৰা অৱস্থা হয়, দেহান্তৰ প্ৰাপ্তিকো তেমনে বুঝিবা। এতেকে যি ধীৰ হয়, সি দেহৰ উৎপত্তিৰ বিনাশত মোহ নৰাই।



## (খ) চৰিত্ত গদ্য—কথা-গুৰুচৰিত্ত

(শ্ৰীশঙ্কৰদেৱ-মাধদেৱৰ কেইবাখনিও কথা-গুৰুচৰিত পোৱা হৈছে ; তাৰ এখনি শ্ৰীবেণুধৰ ৰাজখোৱাৰ দ্বাৰা সংগৃহীত আৰু ২য়-৪ৰ্থ বছৰ (১৯১০-১৯১২ খৃ:) "বাঁহী"ত প্ৰকাশিত। এইবোৰৰ লেখকৰ বা ৰচনা কালৰ সঠিক নিৰ্ণয় নাই ; কিন্তু ষোড়শ শতিকাৰ শেষভাগ বা সপ্তদশ শতিকাৰ আগভাগত লিখা বুলি ৰচনাৰ পৰা অনুমান হয়।)

"এদিন গুৰু ঈশ্বৰে পুথি লিখি বহি আছে ; ওচৰতে আই আৰু বঢ়াৰ পোও বহি আছে। এনেতে এজন লোকে সম্বাদ দিলেহি, জয়ন্তা-মাধৱৰ মৃত্যু হল ; মৃত্যুৰ সময়ত কলে, অমৃতৰ কলহত হাত সুমালো, বখলা-বখলে খাবলৈ নাপালো। শঙ্কৰদেৱে শুনা মাত্ৰই হাতৰ কাপ খহি পৰি ঢলি গল। আই দেখা পাই কৈছে, বঢ়াৰ পো, ধৰা ; কাণ সমান পো মৰাত খেদ নহল ; ভকতৰ পদে আকুল কৰিছে।" গুৰুচৰিত্ৰ, বাঁহী" ৪ৰ্থ-বছৰ, ৬ষ্ঠ সংখ্যা ; বহাগ, ১৮৩৫ শক।

## (গ) বুৰঞ্জী গদ্য—পুৰণি অসম বুৰঞ্জী

[কথা-গুৰুচৰিতবোৰৰ দৰে বুৰঞ্জী-গদ্যবোৰৰো লেখকৰ আৰু ৰচনা-কালৰ ভাল নিৰ্ণয় নাই। এতিয়ালৈকে প্ৰকাশিত বুৰঞ্জীবোৰৰ ভিতৰত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত আৰু কামৰূপ অনুসন্ধান সমিতিৰ প্ৰকাশিত অসম বুৰঞ্জীখনৰ ৰচনাই আটাইতকৈ পুৰণি যেন লাগে ; তাৰ কাল ১৫৩৩ খৃ: বুলি দিয়া আছে ; যেনেকৈয়ে হওক, ই ষোড়শ শতিকাৰ ভিতৰৰ ৰচনা বুলি আমি সম্প্ৰতি মানি লব পাৰোঁহক।]

"পাচে দুই চেটিয়া বোলে স্বৰ্গ মহাৰাজাৰ সাত মাহৰ পথত নগৰ, তাতে থাকি পাচিছে এক পুত্ৰক চাৰি কুড়ি হাজাৰ ঠাঠেৰে

পূৰ্ব্ব দেশলৈ এক পুত্ৰক বাঠি হাজাৰ ঠাঠ দি জয়ন্তা মগলু ত্ৰিপুৰা এইসকল মাৰি বস কৰিবলৈ পাচিছে। দক্ষিণলৈ চাৰি কুড়ি হাজাৰ ঠাঠ নগৰ ৰক্ষা কৰি থৈ এক লাখ হাজাৰ ঠাঠেৰে আহি কৰতিয়া গঙ্গাত বহিছেহি। এতেকে ৮এ আমি দুইক পঠাই এইখান বুলি আহিছে, মঞি শুনিচো গৌৰেশ্বৰ ডাঙ্গৰ ৰাজা। আমি এৰে যুদ্ধকে কৰেনে মিত্ৰৰতিএ হই পাচে গৌৰেশ্বৰে বিশ্বাস কৰি বুলিলে বোলে শাস্ত্ৰ মুখে শুনিছো প্ৰথমে পৃতি গোটহে শ্ৰেয়শ। যদি পৃতি নৰহে, তেবেহে যুদ্ধ কৰিবাক লাগে। স্বৰ্গমহাৰাজেনো কোন পৃতিক বাঞ্চা কৰে। পাচে দুইচেটিয়া বোলে, কিন্তু আমাৰ ৮ৰে কন্যাৰ অৰ্থেহে বচন বুলি আহিছে।" (১৫৩৩ খৃঃ)

---

# দ্বিতীয় অধ্যায়—উত্তৰ-বৈষ্ণৱ যুগ

**(১৬৫০-১৮২৬)**

## (ক) বৈষ্ণৱ-গদ্য (কথা-ৰামায়ণ)—ৰঘুনাথ মহন্ত

[ "ৰৰভকত" সতানন্দৰ অৰ্দ্ধতম ষষ্ঠ পুৰুষ ৰঘুনাথে ভট্টদেৱৰ "কথা-ভাগৱত" "কথা গীতা" ৰচনাৰ দুপুৰুষৰ পাছত ১৬৫৮ খৃ মানত "কথা-ৰামায়ন ৰচনা কৰে ; ই এই যুগৰ গদ্যৰ এটি কীৰ্ত্তিস্তম্ভ।]

"শ্ৰীৰামে বোলন্ত, হে প্ৰিয়ে, এহি বিচিত্ৰ বন দেখি অযোধ্যা সুখ পাহৰিলো। দেখু সুগন্ধ কুসুম বাসিত বায়ু বহে, চিত্ত উন্মা কৰে। পখীসৱ পুত্ৰ পুত্ৰ বুলি ডাকিছে: হা হা আমাৰ মা কৌশল্যা যেনো এমতে ডাকিছে।...দিনেক শ্ৰীৰামে সীতাৰ কপা



মানস-শিলা পিসি তিলক পিন্ধাইল। শ্ৰীৰামক দেবী আলিঙ্গন্তে হিয়াত লাগিল। সীতা বোলন্ত, লক্ষ্মণে দেখি হাসিব: শিগ্ৰে মাৰ্জ্জনা কৰা। শ্ৰীৰামে বোলন্ত, ভক্তৰ অৱশেষ নাহি; কিন্তু সুৰত সুখৰ এহি অলঙ্কাৰ। একদিনা শৃঙ্গাৰৰ শত শ্ৰান্ত হেন হুই নিদ্ৰা কৰিলা। সেহি সময়ে এক কাক বৃক্ষ-শাখা হন্তে সীতাৰ উদাস শৰীৰ দেখি ভোল হুয়া চাম্প দিয়া সীতাৰ স্তনে নখে ক্ষত কৰিল। কোমল শৰীৰৰ ৰুধিৰ বজাইল। ঘাৱ বিষে দেবী কান্দিল।

## কথা-পদ্মপুৰাণ—কথা-সাত্বত-তন্ত্ৰ, কথা-ঘোষা

[অনুমান প্ৰথম দুখনি সপ্তদশ শতিকাৰ আৰু তৃতীয়খনি অষ্টাদশৰ।]

মহাদেৱত পাৰ্ব্বতিয়ে সোধন্ত, হে মহাপ্ৰভু সদাশিৱ, মই যদি তোমাৰ নিজ দাসী হওঁ, মোক প্ৰতি প্ৰসন্ন হৈৱা। ৰুদ্ৰাক্ষৰে কুশমূলৰে কি মহিমা মই শুনিবাক ইচ্ছা কৰো। ...কাৰ্ত্তিক মাসত পৰেমশ্বৰক তুলসী দান কৰে, অযুত গো দানৰ ফল পাই। এই কাৰ্ত্তিকৰে অমাৱস্যাত উল্কা দান কৰিলে পিত্ৰাদি তুষ্ট হই। আৰু মাঘ মাসত যি জনে প্ৰাতঃস্নান কৰি ব্ৰহ্মচৰ্য্য ধৰি ঈশ্বৰক চিন্তি থাকে, তাৰ মহাপাতক নষ্ট হই। ইতি শ্ৰীপদ্মপুৰাণান্তৰ সমাপ্তি অধ্যায় সমাপ্ত। আকে জানি নিৰন্তৰে হৰি বোল হৰি বোল। —পদ্মপুৰাণ।

"ৰূপ শব্দ স্পৰ্শ এই তিনি তেজৰ বুঝিবা। ৰস ৰূপ স্পৰ্শ শব্দ চাৰিয়ো জলৰ বুঝিবা। পৃথিবীত সকল গুণ বুঝিবা। চবিশ তত্ত্বে পুৰুষৰ ইচা নিমিত্তে হুয়া আপুনাৰ অংশে চতুৰ্দ্দশ চতুৰ্দ্দশ ভুবনাত্মক বিৰাট জন্মাইলা। —সাত্বত তন্ত্ৰ (নাৰদ পঞ্চৰাত্ৰ)

"শ্ৰীকৃষ্ণে আপুনাৰ নিজ মূৰ্ত্তি মহেশক দিলা। কেনেহু আপুনি নিজ ব্ৰহ্ম হুয়া মূৰ্ত্তিক নমিলে, এই কথা হৰিহৰ সম্বাদত কৈছে। তাৰ পৰা আনি প্ৰথম কন্ধত কৈছে। তাক আনি শ্ৰীমাধৱদেৱে ঘোষা কৰিলন্ত।"—কথাঘোষা

[খ] কথা-তন্ত্ৰ—কামৰত্ন-তন্ত্ৰ, শ্ৰীহস্তমুক্তাৱলী

[ গোৰক্ষনাথৰ এই সংস্কৃত কামৰত্ন তন্ত্ৰৰ ভাঙনি সপ্তদশ শতিকাৰ শেষ বা অষ্টাদশ শতিকাৰ। শুভঙ্কৰ নাথৰ সংস্কৃত কাব্য শ্ৰীহস্তমুক্তাৱলীৰ সুন্দৰ কথা-ভাঙনিও সম্ভৱ এই কালৰে। ]

"শ্ৰীকৃষ্ণায় নমঃ। অথ শিৱ পাৰ্ব্বতী সম্বাদ। একদিনা পাৰ্ব্বতীয়ে শঙ্কৰক সুধন্ত, প্ৰভু, কামৰত্ন তন্ত্ৰ মোত কহা। শঙ্কৰে কহন্ত, জান পাৰ্ব্বতী, বশ আকৰ্ষণ বিদ্বেষণ স্তম্ভন মাৰণ সান্তি পুষ্টি আদি কৰি এই কৰ্ম্মসকল যে কালত যে নিয়মে কৰিবে তাহাক কহোঁ।"—কামৰত্ন

"মহেশে বোলন্ত, হে গৌৰি, তুমি কিবা হস্তৰ বসক জানা। গৌৰী বোলন্ত, আমি যদি নাজানো আন কোনবা স্ত্ৰীয়ে জানে। মহেশে বোলন্ত, যদি জানা তেৱে কহা: হৃদয়তা দুই স্থলপদ্ম হস্ত হইলে কিহক কহে। গৌৰী বোলন্ত, দুই স্তনক কহে। গৌৰী বোলন্ত পুনৰবাৰ আন সোধা। মহেশে বোলন্ত কৰ্ত্তৰিমুখ নাম হস্ত দুইক একেলগে কৰিলে কিহক কহে, ইহাক কহাঁ। এহি শুনি ৰতিসূচক হস্ত জানিয়া অল্প হাস্য কৰিয়া অধোমুখ হইল। এমত গৌৰীক হাস্য কৰি চুম্বন কৰিছা যে মহেশে, সেহি সদাশিৱে তোৰাসকলক ৰক্ষা কৰন্তোক। —শ্ৰীহস্তমুক্তাৱলী

[গ] কথা-বিজ্ঞান—হস্তীবিদ্যাৰ্ণৱ—ঘোৰা-নিদান

[ হস্তীবিদ্যাৰ্ণৱ কথা-পুথি ৰজা শিৱসিংহ (১৭১৪-৪৪) আৰু তেওঁৰ ৰাণী অম্বিকা দেৱীৰ আদেশত সুকুমাৰ বৰকাথয় ৰচিত আৰু দিলবৰ দোবাই দুইৰো চিত্ৰিত হাতীৰ বিষয়ক, আৰু ঘোৰা-নিদান কোনো অজ্ঞাত লেখকৰ ঘোৰাৰ বিষয়ে বিবিধ আলোচনাৰ পুথি। ]



"পৰ্ব্বতৰ পৰা ওলাই আহি সোণৰ সৰ পহুএ পাণিৰ মুখত কটালি খালেহি। সেই পহুৰে পৰা কতোদিন থাকি দঁতাল মাখুন্দি ছটা হাতি হৈ হাবিত বন-পচলা খাই ফুৰে, সকল জুৰিএ গুজৰি ফুৰে। তাৰ পৰা অনেক লাখ বিলাখ হাতি হল।...নদী পাৰ হোৱা বাঘৰ মাংস গুটি পিত লব, জি হস্তিৰ বলিয়া লেতেৰা গন্ধাই সেই বলিয়া লব, সমস্তকে মিসলাই বাটি লব। জেতিয়া হস্তি জুৰাবলৈ নিএ এই এই ঔষধ কপালত ঘসিব। গন্ধ মাত্ৰতে হস্তি পলাই। আকে মঙ্গলবাৰে দেওবাৰে হস্তিৰ খিন কুম্ভত ঘসিলে কুম্ভ পুৰ হয়।...গম্ভীৰ ধীৰ ধাৰ্ম্মিকসকলৰ মধ্যত শ্ৰেষ্ঠতৰ সৌমাৰ পীঠৰ ইশ্বৰ শ্ৰীযুতশ্ৰীমন্ত শিৱসিংহ নাম দি মহাৰাজা আৰু এনে মহিষি শ্ৰীশ্ৰীঅম্বিকা নামে মহাদেৱী সেই দুইজনাৰ আজ্ঞা ৰত্নমালাক শিৰত ধৰি সুকুমাৰ বৰকাথে এই হস্তি বিদ্যাৰ্ণৱ সাৰসংগ্ৰহক ৰচিলে। শক ১৬৫৬। আতে চিত্ৰ কৰিবলৈ আজ্ঞা কৰিলে দিলবৰ দোবায় দুই লিখকক।—হস্তীবিদ্যাৰ্ণৱ

"ভাল ঘোৰা চিনিবৰ উপায়। ঘোৰাৰ চাৰিও মেৰে ফুৰিব, চকু জদি প্ৰচাৰ কৰে কান থিয় নকৰে বয়া ঘোৰা। তাৰ উপৰত উঠি মাৰি ধৰি চাব, ধৰি মাৰি চালে জি লেতেৰা কৰে সি আৰু লেতেৰা কৰিব, নকৰিব হেন এনে হই যদি ক্ষিণ হই, পুষ্ট হলে নগাও কৰিব, জদি পুষ্ট হলে লেতেৰা নকৰে প্ৰমাণ পাই পলমহে ঘটে।"

"ঘোৰা-নিদান, প্ৰথম পটল।

[ঘ] ৰাজনীতি-গদ্য—বাগীশৰ নীতি-লতাঙ্কুৰ

[ শৰৎচন্দ্ৰৰ সম্পাদিত আৰু বুৰঞ্জী-পুৰাতত্ত্ব বিভাগৰ প্ৰকাশিত কমণ্ডকৰ সংস্কৃত নীতিসাৰৰ এই ভাঙনি অষ্টাদশ শতিকাৰ শেষ ভাগ

বা উনবিংশ শতিকাৰ আগ ভাগত ৰচিত বুলি অনুমান হয়।]

"মনুৰ মতে দ্বাদশ আপ্ত পুৰুষেৰে মন্ত্ৰণা কৰিব, বৃহস্পতিৰ মতে ষোড়শ আপ্ত পুৰুষেৰে মন্ত্ৰণা কৰিব, উশনাৰ মতে বিংশতি পুৰুষেৰে মন্ত্ৰণা কৰিব। আকে মন্ত্ৰীসকলৰ মন্ত্ৰণা মণ্ডল বুলি বুজিব। এই পঞ্চাঙ্গকে মন্ত্ৰনাৰ অঙ্গ বোলে। সহায় বুলি মিত্ৰক বোলে, সাধন বুলি যুদ্ধোপকৰণক বোলে, উপাই বুলি সমাদি চাৰি উপায়কে বোলে দেশকালৰ বিভাগক জানিব। মন্ত্ৰণাত বিপত্তি মিলিলে প্ৰতিকাৰ কৰিব পাৰিব। নীতিমন্ত পুৰুষে মন্ত্ৰণা কৰি ক্ৰমে শিৰস্কন্ধ বাহু উৰু পাদ এই পঞ্চাঙ্গকে মন্ত্ৰণাত নিয়োজন কৰিব। অঙ্গ হলেহে ক্ৰিয়া ফলৱন্ত হয়।"—প্ৰকৃতি নিৰ্ণয়ঃ, দ্বিতীয়ঃ পৰিচ্ছেদঃ।

## [ঙ] বুৰঞ্জী গদ্য—অসম বুৰঞ্জী, দেওধাই দাঁতিয়লীয়া আদি

[আগতে উল্লেখ কৰা দৰে, "অৰুনোদই"ত (১৮৫০ৰ আগষ্টৰ পৰা ১৮৫২ৰ আগষ্টলৈকে) প্ৰকাশিত পুৰণি অসম বুৰঞ্জীৰে পৰা এতিয়ালৈকে প্ৰকাশিত বুৰঞ্জীবোৰৰ লেখক আৰু ৰচনাকাল বৈজ্ঞানিক ভাৱে সঠিক নিৰ্ণয় কৰিব পৰা নহলেও এই উত্তৰ-বৈষ্ণৱ যুগতে সে প্ৰায়বোৰ বুৰঞ্জীয়েই ৰচিত হৈছিল, সন্দেহ নাই। ভাষাৰ ফালৰ পৰা সেইবোৰৰ কেইখনমানৰ চানেকি মাত্ৰ দিয়া হল।]

"কতোদিন থাকি মাঙত ৰাত্ৰ বড় কাপৰ এখান বটা ঢকা তে এখান স্ত্ৰীৰ শোণিতেৰে বোলাই অনেক চিত্ৰ সোণ ৰূপৰ মলমা কৰি জীএকত কৈ নড়া ৰাজালৈ দি পঠালে, বোলে যেনে উপায়ে পাৰ বাপেৰে গাত লই হেন কৰিবি। পাচে জীএকে সেই কাপৰ আনি নড়া ৰাজাক দি বোলে কাপৰ দুখানি লবৰ নিমিত্তে



জোৱাঞা দিছে। নড়া ৰাজা বোলে ভল লম।"—পুৰণি (দেওধাই) অসম বুৰঞ্জী (অৰুনোদই, ১৮৫০-৫২ খৃঃ)।

"কাঠৰ গড় বান্ধিম পচিব, মাটিৰ গড় ৰান্ধিম থহিব; মই কথাৰ গড় বান্ধি দিছো, প্ৰাণ-পৰিভুগী হব।" "তইতে ৺দেবৰ সেৱকি হইছ, দেৱলৈকো কি সেৱা দিবি। সিইঁতে বোলে, গাছৰ ফুল, মাথাৰ চুল, খৰগ তিনটা…বংসৰি পত্ৰং দি থাকিম।" "মই হাতে তিল-কুশ লৈ বিশ্বনাথ ক্ষেত্ৰত হাত জুৰুৰিয়াই কবুল কৰিছো, লাউ তল যাব, শিল উপঙ্গিব, কোৱা বগা হব, বগা কলা হব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব. তেবে কি মোৰ কবুল ছাৰিবে?"—দাঁতিয়লীয়া বুৰঞ্জী (বু, পু, বি)।

"আমাত যি কৈছে উত্তম কৈছে। আমাৰ "ৰাজ্য নাশ, বনবাস" এই কথা আমাতে মিলিছে। আৰু কোনো গৃহস্থে আম্ৰবৃক্ষ ৰোপণ কৰে, তাতে জল ক্ষেপণ কৰে বৃদ্ধিৰ কাৰণে। যদি দৈবাৎ ফল নধৰে সেই বৃক্ষক আনি গৃহস্থে কোনো কাৰ্য্যত নিয়োজন কৰে। … মোক সংস্থাপন কৰিলে ৺ৰ যশ-ধৰ্ম্ম চন্দ্ৰ-সূৰ্য্যে যেনে ৰূপে প্ৰকাশ কৰিছে, সেইৰূপে ভূমণ্ডলত যশস্যা থাকিব।—তুঙ্গখুঙ্গীয়া বুৰঞ্জী (বু, পু, বি,)

## (চ) ৰাজকীয় পত্ৰৰ গদ্য—বঙাল আৰু অসমৰ মাজত

[তলৰ পত্ৰৰ প্ৰথমখন আহোম ৰজাই দিল্লীৰ বাদশাহলৈ আৰু পিছৰখন ছান্তাখাই অসমৰ বুঢ়াগোঁহাইলৈ লিখা, পৰস্পৰে বুজিবৰ বাবে অসমীয়া-বঙলা-হিন্দী-ফাৰ্ছী শব্দাৱলী-ব্যাকৰণ মিহলি সপ্তদশ শতিকাৰ অসমীয়া পত্ৰৰ আভাস।]

"লেখিতং শ্ৰীশ্ৰীযুত জয়ধ্বজ সিংহ ৰাজা আচাম চুলতান সুজাকে খলাকে উক্ত বিশ্বনাথ হামিদা লোককে কহে সো ৰাজবিলায়ত ৺ৰায়তকো দেউল কৰকে আসামে নিয়াথা ইসোঁ আস্তে ৺হুকুমসে মঙ্গলালিঙ্গিত নানা গুণালংকৃত সওনৈক ধামে নিজ তনু সৌন্দৰ্য্য ধৰ্ম্মযুধিষ্ঠিৰ গঙ্গাজল নিৰ্ম্মল পৱিত্ৰ কলেৱৰ মহিমাৱন্ত শ্ৰীযুত নৱাবখান খাজা চিপুহ চালাৰ জীউকে পাচ আৱজ কিয়া কি মোৰ গুণাবকুস আচাম মুল্লুক মুজে দাও। মই এতিবেৰ মোৰ আপোনাক বেটী আৱৰ ৰাজা তিপামকা বেটী ৺মহলকে বিস খেজমতকো দেয়োঁ।...... যবতই ৰূপয়া হাতী দেনেকো ওয়াদাকি আছো, তবতই বৰগোঁহাইকা বেটা, বুঢ়াগোঁহাইকা বেটা, বৰপাত্ৰকা বেটা, গড়গঞা ফুকনকা বেটা, মোৰ মুলুকে বিস ই চাৰ আদমি বৰা আৰ মদাৰ ভিন্নকে ওঁইপৰ সো আস্তে এহি চাৰ আদমিকো ওল দিয়া তোমৰা পাস।...আৰ মেৰা এতৱাৰি এক গোমোস্তাকে তেক পাইকো সে গুৱাহাটিকি ফৌজদাৰকে হামেচা হাজিৰ ৰহে।" ১৫৮৫ শক, মাস মাঘ। (১৬৬৩খৃ

"স্বস্তি সদ্বৃত্তঙ্গনিকেতন নানা গুণালংকৃত নিজকুলকমল প্ৰকাশনৈক ভাস্কৰ শ্ৰীযুত বুঢ়া-গোহাঞ স্তুচৰিতেষু :—সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আগে ইথানে সমস্তে কুশল. সিথানেৰ কুশল লেখিয়া সন্তোষ কৰাইবা। আৰ তোমাৰ দুই উকিলৰ সনাতন ও চন্দ্ৰকন্দলীক ৺ৰ হজুৰ ভেজেছিলা; তাত আমিও তোমাৰ কাৰণে উমৰাওৰ ঠাই লেখিছিলো। উমৰাও তোমাৰ ৺ৰ ওপৰত জেমত স্নেহ জেমত স্নেহৰ তাক তোমাৰে দুই উকিলৰ মুখে জানিবা। আমাৰ উমৰাও তোমাৰ ৺ৰ উপৰে বহুত স্নেহ কৰি এক যোৰা জামাদাৰ শিৰ পাও দিয়া আপনাৰ এতবাৰী আদমি শ্ৰীপণ্ডিৎৰায় উকিলক ভেজিছে। অতএৱ তোমাক লাগি লেখোঁ, তুমিও ৺যেমনে উমৰাও খোচাল



হয় তেমত কৰিয়া শ্ৰীপণ্ডিৎৰায়ক চিতাপে বিদায় দিবা। আৰু এমত ব্ৰাহ্মণ এমত পণ্ডিৎ তোমাৰ ভাগ্যেসে ৺তোমাৰ অনুকূল কৰিয়া যায়, ইহাক খোচহাল কৰাবা। আৰু পেচকচ বাদ হস্তী ৰূপয়া যি কিছু বাকী ৰহিছে তাকো চমস্ত হাল কৰিয়া তাকিত পঠাই দিবা। দিৰঙ্গ কৰিয়া ৰাখন ভাল নুই। আৰ তোমাৰ আমাৰ প্ৰীতি এক লাসৰ কাৰণে আমাৰ দিলতো বহুত ধোঁওে, তোমাৰ দিলতো সি নেদেখো আজি দেৰ বৰিষ হল আমি ইথানক আসিলো......আমি যে তোমাৰ ভালকেহে ইচ্ছা কৰো। অতএৱ পাংসা যেমত আপুনি জানা আৰ এমত কৰিবা। আৰ বাকী হাকিকত তোমাৰ উকিল মাধচৰণ ও পূৰ্ণানন্দৰ মুখত হন্তে শুনিবা। বহুত কি লেখিম। আপোনেজ্ঞাতা। ইতি। সন ১০৭৪ [ খৃঃ ১৬৬৮ ] তাং ২৯

## (ছ) তামৰ ফলিৰ গদ্য—প্ৰমত্তসিংহ আৰু চন্দ্ৰকান্তসিংহৰ

"৺ স্বস্তি......শ্ৰীপ্ৰমত্তসিংহ নৃপতি...... । সৌমাৰপীঠ... কামৰূপ দেশৰ বড়ুয়া ও বৰকায়স্থ ও চৌধাৰি ও পাটোৱাৰি ও তালুকদাৰ ও ঠাকুৰীয়া আনো সকলে জানিব খাতা পৰগনাৰ...দিপৰ গ্ৰামৰ জজ্যলা জমী ৩২ পুড়া বাড়িমাটি ৮ পুড়া...বৈদ্যবিশাৰদ ব্ৰাহ্মণক ৺ এপুণ্যাৰ্থে ব্ৰহ্মোত্তৰ কৰি দিলে পুত্ৰপৌত্ৰাদিক্ৰমে ভোগ কৰি ৺ৰ কুশল চিন্তি থাকিব। ইহাৰ কৰকাটল পদপঞ্চক... ৰাজদণ্ডাইব্যতিৰেক সৰ্ব্ব কৰ পৰিত্যাগ হৈল ইহাত যদি কোনো জনে অন্যথা কৰে দণ্ডাই হইবেক।...শক ১৬৭১, মাস ফাগুন।" (১৭৪৯খৃঃ)

"স্বস্তীন্দ্ৰ বংসোতপল্লপূৰ্ণচন্দ্ৰঃ শ্ৰীকান্তপাদাম্বুজমত্তভৃঙ্গ...শ্ৰীচন্দ্ৰ কান্তাদিক সিংহনৃপঃ...এতদ্বিৱৰণ কামৰূপ দেশৰ বড়ুয়া ও বৰকাস্থও

পাটোআৰি ও তালুকদাৰ ও ঠাকুৰিয়া ও গইবহ সকলো সাবধানে জানিব বাউসি পৰগণাৰ অতিৰাম চৌধাৰিএ শ্ৰীবুঢ়াগোহাঞি ডাঙৰিয়াক দ্বাৰ কৰি শ্ৰীশ্ৰী৺দেৱলৈ জনালে বোলে বন্দিৰ পূৰ্ব্বপুৰুষ বঙ্গালৰ দিনৰ পৰা বাউসি পৰগণাৰ চৌধাৰি আচিল মাজতে কিচুকাল বংসৰো আন ঘৰৰ গোটাদিএক চৌধাৰি হৈচিল কিন্তু বন্দিৰ অনেক পুৰুসিয়া বৃত্তি এইৰূপে পূৰ্ব্বৰ ফাচ্চিৰ মহজৰ দেখাই ৺দেৱলৈ জনোয়াত শ্ৰীশ্ৰী৺দেৱে ফাচ্চিৰ মহজৰ বুজি অনেক পুৰুসিয়া বৃত্তি হেন জানি অতিৰামক চৌধাৰি পটোআৰি দুয়ো বিসই পাতি তাম্ৰ পত্ৰ কৰি দিবলৈ আজ্ঞা কৰিলে পূৰ্ব্বে এই পৰগনাৰ পেড়াবৰ্দ্ধন চত্ৰ মাহত ৬৬৲ টকা বৎসৰত ১০০০ তেৰ স আকে স্থলাধিকাৰৰ নিকটত সোধাই পুত্ৰপৌত্ৰাদিক্ৰমে পৰম সুখে ভোগ কৰি থাকিব যদি কোনো কালত আন পৰগনাৰ জমাৰ কমি বেচি হই এই পৰগণাৰ জমাৰ কমি বেচি কৰিব নাপাই ভগা পৰগনা আনো ওপৰঞ্চি বাবে ধৰিব নাপাই...ইতি শক ১৭৩৮ তাং ৭ বৈসাখ।

[জ] মানুহ বেচা কাকতৰ গদ্য—কমলেশ্বৰ সিংহৰ ৰাজত্বত

"১৭২১ পুষৰ ৪ দিন থকাত কুজ বাৰে। শ্ৰীশ্ৰীকমলেশ্বৰ সৌভ্য মহাৰাজাৰ ৰাজ্যত মনুষ্যৰ ক্ৰয়-বিক্ৰয় কৰে : সলগুৰিয়া সাধু আতা কিনে : সেৰেলু সইকিয়া সিদ্ধি বৰ ইহতে সমনিত্তে কুৰি গন্নাই বেছে : মোহনক ৰূপ ছটকা ॥ অতাৰ্থে সাখি টঙচু ডেকা কলাই ১ ধুনিয়া টেকেলা ১ ঘৰফলিয়া পিথু ১ টোপ ১ দুপৰিয়া সইকিয়া ৰহুদাস ১ চৰাচোৰা জীউৰাম ১ চৰাৰ দলই চাবৰ ২ নাথ ১ আৰু অনেকো আছিল : অথ আঙ্গুলি কতপা ॥ সভাৰৱি তামোল পান ; ৰামৰথ কাকতিৰ তামোল পান গামোছাপন ॥"...( ১৭৯৯ খৃঃ )



# তৃতীয় অধ্যায়—ইংৰাজ যুগ (১৮২৬-১৯৪৭)

[ ১৮২৬ ৰ ২৪ ফেব্ৰুৱাৰীত য়াণ্ডাবু সন্ধিকে ধৰি ১৯৪৭ ৰ ১৫ আগষ্টলৈকে ইংৰাজ আমোলৰ উপৰিও ইংৰাজী শিক্ষা আৰু সাহিত্যৰ প্ৰভাৱে এই যুগৰ অসমীয়া সাহিত্যক আধুনিক গঢ় দিয়ে। ]

## (ক) পূৰ্ব-"অৰুনোদই" কাল ( ১৮২৬-১৮৪৬ )

( ১৮৪৬ ৰ জানুৱাৰীত ওলোৱা "অৰুনোদই"কে সীমা কৰি এই কাল।)

### মণিৰাম ( দেৱান ) বৰভাণ্ডাৰ বৰুৱা ( ১৮০৬-৫৮ )

[ ১৭২৮ শকত উজনি ৰংপুৰ চাৰিঙত ৰামদত্ত দোলা কাষৰীয়াৰ ঔৰসত জন্ম। ১৭৫৫ শকৰ পহিলা বহাগত উজনি অসম পুৰন্দৰ সিংহক শালবন্দীকৈ দিয়াত মণিৰামে প্ৰধান মন্ত্ৰী বা বৰভাণ্ডাৰ বৰুৱাৰ বিষয় খায়; তেওঁ ইষ্ট ইণ্ডিয়া কম্পেনীৰ চিৰস্তাদাৰ আৰু অসম কুম্পানীৰ দেৱান হয়। ১৭৭৯ শকৰ ১৬ ফাগুনত ( ২৬ ফেব্ৰুৱাৰী, ১৮৫৮ খৃঃ ) ৰাজদ্ৰোহত অভিযুক্ত হৈ এওঁৰ ফাঁচি হয়। এওঁৰ ৰচিত অসমীয়া-বঙলা মিহলি ভাষাৰে লিখা "বুৰঞ্জীবিবেকৰত্ন" অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে; তাৰ দ্বিতীয় খণ্ড (১৯৫ (ক+খ) পিঠি, ১৮৩৮ খৃঃ ) হাতেলিখা পুথিৰ পৰা। ]

### "কুম্পানিৰ যোৰহাট দখল—বুৰঞ্জী বিবেক ৰত্ন"

"ততপৰ মাঘ মাসে আসিয়া কুম্পানিৰ ফৌজ জোৰহাট দখল কৰে। চামফুকেনৰা ক্ৰমাত ক্ৰমে পশ্চাত হটিয়া জাইতে লাগিল, পৰে

সৰকাৰেৰ ফৌজ গীয়া গৌৰীসাগৰ পহুচাতে তাৰত মানেৰা নামডাঙ্গৰ শিলসাকোৰ আলীএ পথাৰে জুৰি এক জুদ্ধ দেই। তাহাতে কুম্পানি বাহাদুৰেৰ ফৌজ কএক কুম্পানি জুদ্ধ দেওঁাতে পৰস্পৰ অতিশয় পৰাক্রম বলবিৰ্য্য ফন্দ-ফিকিৰ জ্ঞাত হওঁাতে বিশেষ কয়েক মান মৰা পৰা দেখি জুদ্ধ ভঙ্গ হৈয়া ফিৰিয়া গেল। সৰকাৰি ফৌজো ধাওঁা কৰি ৰঙ্গপুৰে জাই তাহাতে ঔগুৰি চকিতে পুনৰ জুদ্ধ দেই আসিৰ দুই ফালেৰ পৰা জংঘল হৈতে গুলী চালাইতে লাগিল।"

## কাশীনাথ তামুলী ফুকন আৰু ৰাধানাথ বৰবৰুৱা

[ "ইন্দ্ৰবংসি আসাম মহাৰাজসকলৰ বিৱৰণ। শ্ৰীৰাধানাথ বৰবৰুৱা দ্বাৰা সংসোধিত মতে কাসীনাথ তামুলি ফুকন কত্ৰিক গ্ৰন্থ।" ১৮৪৪ খৃঃ ]

## "আসাম বুৰন্‌জি—খুনলুঙ্গ-খুনলাই"

"পূৰ্বে কোনো এক সময়ত সৰগদেও অৰ্থাত ইন্দ্ৰে জাচিংফা অৰ্থাৎ সৰস্বতিক আশ্ৰই কৰি এই ৰূপ বুধি স্থিৰ কৰিলে, জে প্ৰিথিবিত চন্দ্ৰবংসি সুৰ্য্যবংসিৰ অনেকটি ৰজা হৈ গৈচে; আমি সকলো দেৱতাৰ মধ্যে ৰজা, তথাপি আমাৰ সন্তানৰ প্ৰিথিবিত ৰাজত্ব নাই; অতএব মোৰ সন্তানকো প্ৰিথিবিত ৰজা হবলৈ পঠাওঁ; এই বুলি ৰাজপুজাৰ জন্ত্ৰ কৰিবলৈ লাউথে অৰ্থাৎ বিশ্বকৰ্ম্মাক আজ্ঞা দিলে। পাচে বিশ্বকৰ্ম্মাই চোমদেও নামে ইন্দ্ৰৰ মনোগতৰূপে জন্ত্ৰ তৈয়াৰ কৰি দিলে। পৰে ইন্দ্ৰে লুংচাইনেত অৰ্থাৎ বায়ুক পঠাই ইন্দ্ৰৰ পুত্ৰ থেনথৰামক মতাই আনি প্ৰিথিবীত ৰজা হবৰ নিম্বিত্তে চনাবলৈ বোলাত নিস্বে জাবলৈ কবুল নকৰি থেনথামৰ পুত্ৰ খুনলুঙ্গ খুনলাই দুইকে পঠাবলৈ জনালত ইন্দ্ৰে স্বিকাৰ কৰি



এই আজ্ঞা কৰিলে বোলে, খুনলুঙ্গ, তই বৰ, তয়ে ৰজা হবি; খুনলাই সৰু. তোৰ লগত জুবৰাজ ৰূপে থাকিব।"

## অজ্ঞাত লেখক—আহোম ৰজাৰ বিয়া

"ৰজা সাতঘৰিয়া আহোমৰ ঘৰৰ জৌৱত চোৱালি কুৱৰি কৰিবলৈ নিএ। জদি কোনো স্থ্ৰাদি ফুকন বড়ুৱাৰ ঘৰত ভাল চোৱালি থাকে বাপেকেও দিএ, অকস্মাত তাকো কুৱৰি কৰিবলৈ নিএ। স্থ্ৰাদি ঘৰৰ চোৱালি হলে. হিন্দুমতে বিয়া কৰি নিএ। আহোমৰ হলে চকলং বিয়া কৰে। ৰজাৰৈল হলে ৰজাঘৰৈলকে বাপেকে সহিতে ছোৱালি নি চকলং কৰে। ৰজাৰ জিয়ৰি বা অন্য আহোমৰ হলে চোৱালিৰ ঘৰতহে চকলং কৰিব পাই।"

## হৰকান্ত শৰ্ম্মা বৰুৱা ( ১৮১৩—১৯০০ )

[ ঘৰ. উত্তৰ গুৱাহাটীত ; এওঁৰ অসম বুৰঞ্জী পুৰাতত্ত্ববিভাগে উলিয়াইছে।]

## "ইন্দ্ৰবংশীয় ৰজাৰ বিৱৰণ—আসাম বুৰঞ্জী, প্ৰথম অধ্যায়"

"শোণিতপুৰ বা ইদানীক তেজপুৰ জিলাৰ অন্তৰ্গত ভৈৰৱী নদীৰ পৰা দিক্কৰবাসিনী অথচ উজান সদিয়াৰ কেচাইখাতী পৰ্য্যন্ত সৌমাৰ পীঠ বোলে। এই সৌমাৰ পীঠৰ পূৰ্ব্ব, হীৰকুট পৰ্ব্বতৰ দক্ষিণ স্বৰ্ণাদিৰ উত্তৰ. এই সীমাৰ মধ্যতে বিহগ্ৰাদি নামক পৰ্বতৰ ওপৰি ৰত্নভূমি নামে অতি সুৰম্য ফল-পুষ্পে সোভিত স্থান আছে। এক সময়ত ঋষিগণ সহিতে শচি ও ইন্দ্ৰ উভয়েই কামোন্মত্ত হৈ আনন্দে ক্ৰীড়া কৰি ফুৰিছিল। সেই পৰ্ব্বতৰ গুহাতে বশিষ্ঠ মুনি থাকে। তাৰে পৰা স্নান কৰিবলৈ যাওঁতে তেওঁৰ পুষ্প-বাটিকাতে ক্ৰীড়া

কৰা দেখি কুপিত হৈ ইন্দ্ৰ দেৱতাক অন্ত্যজ ও অন্ত্যজা স্ত্ৰীত পতি
হওক বুলি শাপ দি সেই স্থান এৰি ৰত্নপীঠৰ ঈশান কোনৰ নীলাচলটৈ
মুনি গুচি গল পৰে ইন্দ্ৰ তৎক্ষণাতে কাণে হুশুনা কলা ও বো
এনে দৈত্যাকাৰ মনুস্য হল। ইন্দ্ৰৰ সেই ৰূপ অৱস্থা দেখি সখী
সহিতে অতি দুখিত হৈ শচী স্বৰ্গলৈ গুচি গল।"

## (খ) "অৰুনোদই" কাল [ ১৮৪৬-৮২ ]

### অজ্ঞাত আমেৰিকান লেখক—মাত্ৰিভাষাৰ শক্তি

"জি দেসৰ জি চলিত ভাষা তাক সেই দেসৰ লোকসকলৰ মাত্ৰি ভাষা বোলে।...এই মাত্ৰি ভাষাৰ শক্তি বৰ আচৰিত। কিয়নে ইয়াক আমি কেতিয়াও নেপাহৰো।...কিন্তু কি সোকৰ কথা, এই দেসৰ লোকসকলে ইয়াকে জানিও অনেকে মাত্ৰি ভাষাক অশ্ৰ কৰি বঙ্গালি ভাষাকহে মান ভাগ দিয়ে। সমনিয়া মানুহৰ সাৰি সৰু তল মানুহ এটাক মান ভাগ দিলে, নোপোৱাবিলাকে জেনেকৈ দিওঁতা গৰাকীৰ প্ৰতি মনত বেজাৰ কৰে, সেইদৰে অচমিয়াসকলে বঙ্গালিক মান ভাগ দিয়াত থাকি আমাৰ অসমিয়া ভাষাই বেজা পাইছে। অচমিয়া ভাষা আমাৰ মাত্ৰি ভাষা আৰু মাত্ৰিৰ নিচিনা সেইদেখিয়ে মাত্ৰিয়ে বেজাৰ পোৱা কাম কৰা সন্তানসকলৰ পক্ষে অতি অজুগুত, ই শাস্ত্ৰৰ কথা। ইয়াকে জানি অচমিয়াসকলে মাত্ৰিভাষাৰ প্ৰতি শ্ৰধা আৰু ভক্তি প্ৰকাশ কৰা উচিত।... আমাৰ দেসৰ ৰৰসকলেই পত্ৰ লিখাত অনেক স্ৰমেৰে অঙ্গিকাৰ কৰিও বঙ্গালি লিখে আৰু ব্যৱহাৰ কৰে। সেইদেখি আমাৰ ইতৰ আৰু ডেকা-ডুমাসকলেও লব, তাত কি সংশয় আছে



...এতেকে আমাৰ দেসৰ ৰৰবিলাকক বঙ্গালি ভাষাক অচমিয়াতকৈ মান্য কৰা ৰোগৰ পৰা মুকুত কৰিব পাৰিলে, সাধাৰণ লোকসকলক পৰা জাই। কিন্তু ই ৰোগৰ ঔষধ একো নাই, সকলোৱে আপোন মৰ্জদা চালেই কাজ আছে। আপোনাৰ ৰোগ আপুনি গুচাব লাগে। মুখৰ অগ্নি মুখে হুহুমালে কোনে হুমাব? এই নিমিত্তে অচমিয়াসকলে একমত হৈ থাকিলেই হই। অধিক কি লিখিম।"
—অৰুনোদই, মাৰ্চ, ১৮৪৭ খৃ:

### অজ্ঞাত আমেৰিকান লেখক—জাত্ৰিকৰ জাত্ৰা

"এনে অৱস্থা হলত সেই মানুহ ঘৰলৈ গৈ আপোন লৰা তিৰোতাই হবুজিবলৈ জিমানলৈকে পাৰিছিল আপোনাৰ পেতত দুখ দমনকৈ ৰাখি থৈছিল। কিন্তু অসন্তোস বাঢ়ি গলত সৰহ কাল ৰাখিব নোআৰিলে, এই হেতুকে ক্ৰমে তিৰোতা আৰু লৰাৰ আগত পেত ভাঙ্গি এই ৰূপে কবলৈ ধৰিলে বোলে. অ' মোৰ প্ৰিয়া, আৰু মোৰ পেতৰ লৰাটিইঁত তোমালোকৰ অতি ৰেথাৰ মিতিৰ জি মই,' মই সৰ্ব্বনাস হৈছো; কিয়নো মোৰ ওপৰত এটা বোজাই হেচি ধৰিচে আৰু মই ৰৰ তান পাই স্বৰূপকৈ জানিচো আমাৰ এই নগৰ স্বৰগৰ জুইৰে পুৰি জাব। এই কথা স্থনি তাৰ পৰিয়ালৰ বৰ উকমি লাগিল তাৰ কথা স্বৰূপ বুলি পতিয়ালে এনে নহই; তাৰ মুৰত পাগল বায়ু সোমাই বলিয়া কৰা জানিলে।"—"অৰুনোদই"

### আনন্দৰাম ঢেকিয়াল ফুকন—দেশৰ হকে মিনতি (১৮৮৮-৯১)

"হে ক্ৰিপানই জগদিস্বৰ, এই অসম দেসৰ লোকসকলক স্বদেশ সংঘ গিয়ানি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাৱ আৰু দুৰঅৱস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া আৰু তোমাৰ বিচিত্ৰ

সক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্য পালিবৰ জোগ্য কৰা। জি সময়ত অসম হাবি গুচি ফুল বাৰি হব, নৈত ডোঙা গুচি জাহাজ হব, ঘৰ বাঁহৰ গুচি শিল ইটাৰ হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হাশালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া-দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব আৰু জি কালত লোকসকলে পৰস্পৰ হিংসা নকৰি আটাইয়ে আটাইক ভাত্ৰিৱত চেনেহ কৰিব, কেৱে চুটকা কানিৰ সলনি মিছা সাখি নিদি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেঁটি পাইও কাৰো অন্যাই নকৰিব; বেজা কানি আৰু সুৰা এই কথা দেসত লোকে ভু নোপোআ হব, সেই সময়, হে পৰমপিতা জগদিস্বৰ সিগ্ৰে ঘটোআ।" "ইংলণ্ডৰ বিবৰণ" অৰুনোদই, ১৮৪৯ খৃঃ (?)

## "জ্ঞানৰ সংবাদ"—"অসমীয়া লৰাৰ মিত্ৰ"

"হে প্ৰিয় লৰাবিলাক! তোমালোকে জি পৃথিবীত বাস কৰা সিনো কেনে আৰু তাতনো কি আছে তোমালোকে অদ্যাপিও নাজানা আৰু জগতৰ নানা দেশৰ কথা ভু নাপাই আন দেশো আমাৰ দেশৰ নিচিনা বুলি ভাবিব পাৰা, কিন্তু পৃথিবীৰ সকলো ঠাইয়েই একে দৰৰ নহয়।...এই সকলো কথা তোমালোকে জানিবলৈ পুৰুষাৰ্থ কৰিব পোৱা, কিয়নো তাৰ পৰা অনেক উপকাৰ হয় আৰু তোমালোক জ্ঞানী হবও পাৰিবা। তাৰ সংক্ষেপ বিবৰণ আমি লেখিলো, মন দি পঢ়ি নাপাহৰিবলৈ যত্ন কৰিবা।" ১৮৪৯ খৃঃ

## মাইলছ ব্ৰন্সন—অসমীয়া ভাষাৰ অমৰত্ব

"সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্ৰি ভাসা আদৰণিয় সেয়ে জিমান কি থিন আৰু অসোভিত নহওক, তেও আপোন



ভাসা বুলি নেৰো। ৰণ-বিগ্ৰহ, ৰাজ্য ভগা আৰু নতুন ৰাজ্য পতা, এনে দুৰ্ঘটনাৰ পৰা, বা নানা বিদেসি ভাসা সিকাতে মাত্ৰি ভাসাক গুচাব নোৱাৰে। আমাৰ এই অচম দেসত ইয়াৰ প্ৰমাণ দেখা গৈচে। পূৰ্বে আহোম ৰজাসকলে এই দেশ জয় কৰি স স বচৰ ভোগ কৰিলে...কিন্তু এনে অতি আচৰিত যে ৰজাসকলৰ ভাসাই অসমিয়া ভাসাৰ একো হানি নকৰি এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হল। এইদৰে মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰণ কৰি দেসৰ বহু উতপাত কৰিলে। তথাপি ভাষাৰ একো লৰ নহল। আৰু বৰ্তমান কালত এই দেস ইংলণ্ডিয়সকলৰ অধিন হোআত তেওঁবিলাকে অসমিয়া ভাসাৰ প্ৰতি বিসেস সহায় নহৈ বঙ্গালি ভাসাক নিজ মাত্ৰি ভাষা বুলি গৱৰ্ণমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো বেৱহাৰ কৰে...এইদৰে প্ৰাই ৩০ বচৰ গল, কিন্তু অচমিয়া ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আচে আৰু আগলৈকো চলিব।" ব্ৰন্সনৰ অসমীয়া অভিধানৰ "আভাস"। নগাঁও, আগষ্ট, ১৮৬৭ খৃঃ

## "আসাম-নিউচ" যুগ (১৮৮২-১৮৮৯)

## হেমচন্দ্ৰ বৰুৱা—বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী

"কোৰথনীয়া সত্ৰৰ গোবৰ্দ্ধনদেউ আতা পৰম বৈষ্ণৱ, কংস ৰজাৰ চন্দন-যোগাতী কুজী বাইৰ বংশত জাত, সাক্ষাত গুৰুজনৰ পৰা পৰমাৰ্থৰ ভাগ পোৱা গোপীনাথ দেউ আতাৰ পৰিনাতি। ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজেও গুণমালা, ভটিমা, চপয়, টোটয়, এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোসাইদেউ এনেহে পাৰ্গত যে, তেওঁ

পুৰতীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত লৰোৱাৰ চলেৰে তাল ধৰে; আৰু কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে।...গোসাইদেউ "বাক্‌সিধ"; যি বোলে সেয়ে হয়। এবেলি এজন ভকতে কিবা দাই কৰাত "হতশ্ৰী হো" বুলি তাক শাও দিছিল। গোঁসাইদেউৰ "বৰ্জ বাইক্" পৰিবৰ পৰা ভকতজনে ডেৰকুৰি বছৰ মাথোন টানিলে।"...১৮৮২ খৃঃ

### বিধৱা বিবাহ—আত্ম-জীৱনী, জোনাকী, ১৮৮৯ খৃঃ

"আজিকালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰোৱা গোটেই নিন্দনীয়। মই ভাবি চালো, মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হলহেতেন? তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয় তিনটা বা অধিক বিয়া কৰিব পাৰো; কিন্তু বিধৱা হোৱাৰ পাচত বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেতেন, সমাজে বৰ্জিলেহেতেন, আৰু তেওঁ জীৱন্ততে মৰা যেন হৈ থাকিলেহেতেন! ই যেনে অসঙ্গত, তেনে অযুগুত। ...শাস্ত্ৰ নেলাগে যুক্তিলৈ চালেই বিধৱাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি, আৰু শাস্ত্ৰৰো যুক্তিয়েই মূল; কিয়নো "যুক্তিহীন বিচাৰেন ধৰ্ম্মহানি প্ৰজায়তে।" এতিয়া চাওকচোন, মতা তিৰোতা দুটা সমান জীৱ; ভোক-পিয়াহ, টোপনি, বোধ, ইচ্ছা, অঙ্গ-প্ৰত্যঙ্গ, জন্ম-মৰণ দুইৰে সমান। তথাপি এটাৰ যি স্বত্ব আছে, আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়, ইয়াক যাৰ অলপমান জ্ঞান আছে সি বুজিব পাৰে। ঈশ্বৰৰ বা স্বভাৱৰ নিয়ম মতে বিধৱাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰপৰা সহবাসৰ বাঞ্ছা



শুচি গলহেঁতেন; কিন্তু সকলোৱেই জানে তেনে কেতিয়াও নহয়। হিন্দু শাস্ত্ৰ মতে ভাৰ্য্যা স্বামীৰ অৰ্দ্ধাঙ্গ আৰু হিন্দু-বিলাকে তেওঁলোকৰ বিয়াত অগ্নিৰ আগত দেৱতা আৰু পিতৃবিলাকক সাক্ষী কৰি ভাৰ্য্যাক এইৰূপে কয়—"তোমাৰ প্ৰাণে সৈতে মোৰ প্ৰাণক, তোমাৰ হাড়ে সৈতে হাড়ক, তোমাৰ মাংসে সৈতে মোৰ মাংসক, আৰু তোমাৰ ছালে সৈতে মোৰ ছালক মিলাওঁ।" ইয়াৰ দ্বাৰা দেখা যায় যে ভাৰ্য্যা আৰু স্বামীৰ একে দেহ, একে প্ৰাণ; দুইৰ ভিতৰত একো প্ৰভেদ নাই। এনে স্থলত যেতিয়া পুৰুষে ভাৰ্য্যা মৰি গলে অৰ্থাৎ তেওঁৰ শৰীৰৰ এভাগ নষ্ট হলে তাক পূৰাই লব পাৰে, তিৰোতা সেই স্বত্বৰ পৰা বঞ্চিত হব কিয়?...আমাৰ শিক্ষিত ডেকাবিলাকৰ মূৰত এটা বৰ গধুৰ বোজা আছে, সেই কথা সিবিলাকে ভাবি চোৱা উচিত। ইয়াৰ পাচত তেওঁবিলাকেই সমাজৰ নায়ক আৰু সাধাৰণ মতৰ স্ৰষ্টা হব; তেতিয়া তেওঁলোকে যেন কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নেথাকে, আৰু বিধৱা বিয়াৰ বাটটো বহলায়, এয়ে মোৰ আন্তৰিক ইচ্ছা আৰু প্ৰাৰ্থনা। পূজনীয় বিদ্যাসাগৰে বিধৱা বিবাহ যে শাস্ত্ৰসিদ্ধ ইয়াকে প্ৰমাণ কৰিয়েই মনে মনে নাথাকিল, আপোনাৰ পুতেকেৰে সৈতে বিধৱাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গল; কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে সি চিৰকাললৈ থাকিব, লুপ্ত নহয়। সেই খোজৰ পাচত চলোতা মানুহ আমাৰ দেশত ওলাব কেতিয়া? প্ৰতিধ্বনিয়ে সুধিছে—"কেতিয়া?"

### গুণাভিৰাম বৰুৱা—"আনন্দৰাম ঢেকিয়াল ফুকন"

"তেওঁ সৰু কালত হৃষ্ট-পুষ্ট আছিল, অথচ বৰ নৰিয়াও নাছিল। তেওঁ সময়ে সময়ে ঠেহ পাতিছিল আৰু আপোনাৰ ভাগিন আৰু আন

আন লৰাৰ লগত পৰম হৰ্ষেৰে উমলিছিল। যেতিয়া ঢেকিয়াল ফুকন (পিতাক) ঘৰত থাকে, তেতিয়া তেওঁ তেওঁৰ ওচৰলৈ নগৈছিল আনৰ লগত হলে নিৰ্ভয়ে আছিল। ৰণৰাম বৰুৱাই তেওঁক বৰ মৰম কৰিছিল। তেওঁৰ কোলাত উঠি তপা মূৰত হাত ফুৰাবলৈ বৰ আগ্ৰহ কৰিছিল। (পিতাক) ঢেকিয়াল ফুকনৰ যেতিয়া মৃত্যু হয়, তেতিয়া তেওঁৰ বয়স তিনি বছৰ। সিমান বয়সত যদিচ শোকানুভৱ ৰব নহ তথাপি সময়ে সময়ে তেওঁ আনক দেখি শোক কৰিছিল। পিতৃজন ঢেকিয়াল ফুকনৰ কোনো কোনো কথা ডাঙৰলৈকো তেওঁৰ স্বপ্ন দৰে মনত আছিল।" ১১ ভাদ, ১৮০২ শকাব্দ (১৮৮০খৃঃ)

## কঠিন শব্দৰ ৰহস্য-ব্যাখ্যা—বিজুলী, ১৮৯০ খৃঃ

ৰতনপুৰৰ নবাই অধ্যাপকক যদু পাচনিয়ে সুধিলে, "দেউ চাহ কিয় বোলে?" অধ্যাপকে কলে, "চাহেন বা পাতু ইতি চাহাব। চাহ খাই ৰক্ষা পৰি থাকে দেখি চাহাব।" যদু—"দেউ কচাৰি কিয় বোলে?" অধ্যা—"কঃ চাৰি অৰ্থাৎ কোন কোন চাৰি জন বহা ঠাই? ৰব চাহাব, ছোট চাহাব, সদৰ আমিন, মনচুপ" যদু—"মকৰ্দমা কিয় বোলে?" অধ্যা—"মং মনুষ্যং কৰ্দমং কৰোতি যঃ সঃ মকৰ্দমা। মানুহক যি খচি বোকাৰ দৰে কৰে সেয়ে মকৰ্দমা"।…যদু "হাকিম কিয় বোলে?" অধ্যা—"হা কিম্ পদাৰ্থম্? হা, এইটো পদাৰ্থ ঔ! (হাকিমক চিনিব নোৱাৰি। যম, কুবেৰ, বায়ু, অগ্নি ইন্দ্ৰ প্ৰভৃতি দশ দিকপাল যেনে, সেই ৰূপ; তাৰে আৰু মাৰে) যদু—"দেউ, কিবা-হুহু পেচকাৰ আছে, এওঁনো কোন?" অধ্যা—"পেচ কৰোতি কি লগায়েতি যঃ সঃ পেচকাৰঃ। যি জনে কচাৰি হাকিমৰ আগত কথাৰ পেচলগাই দিয়ে সেই জনেই।"—বিজুলী, ১৮৯০



## পদ্মাৱতী ফুকননী (১৮৫৩—১৯২৭)—সুধৰ্ম্মাৰ উপাখ্যান

[১৮৮৪ ত ("৩০ শ্ৰাৱণ, ১৮০৬ শকাব্দ") স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ এই কন্যাৰ এই পুথিৰে অসমীয়া প্ৰথম উপন্যাসৰ জন্ম।]

"প্ৰথম পৰিচ্ছেদ। কমলপুৰ নামে দেশত ৰঘুনাথ নামেৰে এজন ভদ্ৰ মানুহ আছিল। তেওঁ ব্যৱসায় কৰি খাইছিল। তেওঁৰ সত্যবান নামেৰে এটি লৰা আছিল। সেই লৰাক সকলে পৰা যত্নেৰ সৈতে পিতৃ-মাতৃয়ে শিক্ষা দিয়াত লৰাৰ বৰ উন্নত স্বভাৱ হৈছিল। লাহে লাহে লৰাটিক বিয়া কৰাই দিবৰ সময় হোৱাত ধৰ্মপাল নামেৰে এজন মানুহৰ সুধৰ্মা নামেৰে এজনী ছোৱালীক সত্যবানলৈ বিয়া কৰাবৰ ঠিক কৰি ৰঘুনাথে বিয়া পাতিলে। তেওঁবিলাকৰ অৱস্থা অনুসাৰে বিবাহৰ আয়োজন হল। শুভ দিনত সত্যবানে বিয়া কৰাই ভাৰ্য্যাক ঘৰলৈ আনিলে। পুতেক-বোৱাৰীয়েকৰ আনন্দ দেখি ভালেদিনৰ মূৰত ৰঘুনাথে সংসাৰৰ হাত এৰি ঈশ্বৰৰ ঠাইলৈ গল।"

## ৰত্নধৰ-ঘনশ্যাম-ৰমাকান্ত-গুঞ্জানন—ভ্ৰমৰঙ্গ

[শেক্সপীয়েৰৰ "কমেডি অৱ এৰৰ্চ"ৰ ভাঙনি, ১৮৮৮ খৃঃ ত প্ৰকাশিত]

"প্ৰথম অঙ্ক, দ্বিতীয় দৰ্শন, ৰাজআলি অকলে। কামপুৰীয়া নিৰঞ্জন—তেওঁ মোৰ ইচ্ছা পূৰ্ণ হক বুলিছে; কিন্তু যাক পালে মোৰ মনৰ ইচ্ছা পূৰ্ণ হব, তাক ক'ত কেনেকৈ পাম? এই সংসাৰ-সমুদ্ৰত মই টোপাটৈকে এটোপা পানীৰ দৰে; তেনে হৈ মই সাগৰৰ পানীৰ মাজত মোৰ লগৰ এটোপা পানী বিচাৰিছোঁ। লগৰ টোপা যে নাপালোৱেই, আপোনাকো হেৰুৱালোঁ। আই-ভাইক বিচাৰি-বলৈ আহি আপুনি নিৰুদ্দেশ হলোঁ। ইয়াকেহে বোলে বিধিৰ বিড়ম্বনা! হৰি, হৰি! কপাল! (মায়াপুৰীয়া কলিমনৰ প্ৰৱেশ) অ' আমাৰ

জন্মপত্ৰিকাডোখৰ ওলালহিয়েই দেখোন! ইমান সোনকালে আকৌ কিহে ওভোতাই আনিলে?" ( ১৮৮৮ খৃঃ )

### কমলাকান্ত ভট্টাচাৰ্য্য—বেদ, তত্ত্ব আৰু তথ্য

[লেখকৰ (১৮৫৮ ১৯২৯) মৌলিক চিন্তা আৰু বিশিষ্ট গদ্যৰীতি প্ৰসিদ্ধ]

"সুদৰ্শন চক্ৰৰ গতিৰ কাৰণে বিশ্বব্ৰহ্মাণ্ডত যেনেদৰে বৃদ্ধিৰ কাৰ্য্য দেখাই সৃষ্টি কৰি ভগৱানে তিলাৰ্দ্ধ সময়ো খন্তিথুন নোহোৱাকৈ চলাই আছে, তত্ত্বদৰ্শী সাধুসকলেও তাৰ আদি-অন্ত একো ধৰিব নোৱাৰে। এই অতি বৃহৎ ব্ৰহ্মাণ্ডৰ জগতখন শক্তিৰ গতিৰ কোৰত যেনেকৈ পোনতে সৃষ্ট হল, সেইদৰে একোটি শক্তিৰ আতিয়েই অবিৰাম ইয়াক ওলোটাই পালটাই ঘুৰাই-পকাই চলাই আছে। ভাবি চোৱা, সুদৰ্শন চক্ৰ মই যিহক বুলিছো, ইয়েই বিশ্ব-মহাযন্ত্ৰ, যিহক শক্তিৰ গতি বুজায়। এই মহা যন্ত্ৰটিৰ চাৰিটি পায়া; যথা, আৱৰ্ত্তন, বিৱৰ্ত্তন, সংবৰ্ত্তন আৰু পৰিবৰ্ত্তন।

### লক্ষ্মীনাথ বেজবৰুৱা (১৮৬০-৯২)—"আনন্দৰাম বৰুৱা"ৰ পাতনি

[ইংৰাজ গদ্যলেখক মেকলেৰ দৰে এক অলঙ্কাৰযুক্ত গহীন গদ্যৰীতিৰ প্ৰবৰ্ত্তক বিদ্ৰুপাত্মক বা হাস্যৰসৰ ৰচনাত এওঁ হেমচন্দ্ৰ-গুণাভিৰামৰ পাছতে।]

"যেতিয়া প্ৰায় গোটেইখন পৃথিবী অজ্ঞান আন্ধাৰৰ ক্ৰ ঢাকনিয়ে ঢাকি থৈছিল, যেতিয়া প্ৰায় সকলো মানুহে উলঙ্গ বেশে পৰ্বতৰ গাতত বাস কৰি হাবিৰ পশু, পানীৰ মাছ আৰু গছৰ ফলমূল খাই জীৱন ধাৰণ কৰিছিল, তেতিয়াও এই পুণ্যভূমি ভাৰতবৰ্ষ জ্ঞান পোহৰেৰে ভোটা তৰাৰ দৰে জিলিকি আছিল। জগত যেতিয়া আন্ধাৰ ৰাতিৰ কোলাত অচেতন হৈ টোপনি গৈছিল, ভাৰতে তেতিয়া জ্ঞান ৰদ-কাঁচলি লৈ নানা সজ চৰ্চ্চালৈ আগ বাঢ়িছিল। প্ৰায় সকলো দেশে যেতিয়া দিক্‌বিদিক্ নেদেখি খেপিয়াই ফুৰিছিল, ভাৰতে তেতিয়া বিজ্ঞানৰ দূৰবীণ লগাই নানা তত্ত্ব উলিয়াব পাৰিছিল।"



### সদানন্দৰ কলাঘুমটি—আসাম বন্ধু, ১ভাগ, ১ম সংখ্যা

"কেতিয়াবা কানি-টিকিৰাৰ ছাট মাৰি ঘৰ গোটেইটো ধোঁৱাৰে ভৰাই দিছিলো, কেতিয়াবা টিকিৰা এৰি পায়স, কুঁহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ তপালিছিলো, কেতিয়াবা বা নগৰীয়া ভকতসকলে সৈতে নানা বিষয়ৰ মেল পাতিছিলো, আসামৰ উন্নতি, ভাৰতৰ একতা, বিদেশীৰ অত্যাচাৰ, অসমীয়া চাহাব, মাছ খোৱা, ভাত খোৱা আৰু কত কথাৰ মেল! কেতিয়াবা কেতিয়াবা ধপাত, তামোল, হলে ব্ৰাহ্মণ-সেৱালৈ অনা এটুপি ব্ৰাণ্ডী, অভাৱত চৰাইৰ ভজা আদি বিবিধ দেৱ-পূজাৰ দ্ৰব্যেৰেও দশ ইন্দ্ৰিয়ৰ পূজা কৰা হৈছিল; মাজে মাজে কলাঘুমটিৰে মিত্ৰতা কৰি, কেতিয়াৰা পঢ়ি, কেতিয়াবা বৰশি বাই, ঘামি, কাহি, হাঁহি, হামিয়াই, সংসাৰৰ লেঠা লৈ পিঠি দি পৰমানন্দ-সাগৰত বুৰ মাৰিছিলো। আহ! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্লভ জীৱন! এনে সময়ত, এনে সুখৰ সময়ত, কিয় আপুনি মোৰ কলমটীয়া টোপনিটো ভাঙি মোক দুখ-সমুদ্ৰত ডুবাব খবিলে? আহা, কেনে ঘুমটি! সুখৰ কলাঘুমটি! যাক দেৱতায়ো নাপায়, কিন্তু বিধাতাৰ বৰত, কানিৰ গুণত অসমীয়াৰ হলে ঘৰে ঘৰে। এই কলাঘুমটিৰ গুণত অসমীয়া মানুহ কিমান সুখী! যি এই সুখৰপৰা বঞ্চিত হৈছে, সি গৰ্ভতে নমৰিল কিয়? উপজিলেও আপোনঘাতী নহল কিয়?"

### সত্যনাথ বৰা ( ১৮৬০-১৯২৫ )—সাৰথি, প্ৰথম ভাগ

[বেকনৰ দৰে চুটি সাৰগৰ্ভ বাক্যৰ নতুন গদ্য ৰীতিৰ প্ৰবৰ্ত্তক।]

"বিদ্যা উদ্গতিৰ ঘাই আহিলা,…বিদ্যা মানৱ মনৰ দীপ্তি।" "পুথিৰ বিদ্যা থুপাই থোৱা ধনৰ নিচিনা…পঢ়নৰপৰা দুবৈৰ মাণিক হাতত

পোৱা হয়।" "দেশ-ভ্ৰমণ বিশ্ব-অধ্যয়নৰ এটা অঙ্গ।...উদ্গতিৰ আন নাম পৰিবৰ্ত্তন।" "চিন্তা প্ৰশ্নৰ ফল।...চিন্তা মনৰ স্ফেউতি। ধ্যান চিন্তাৰেই এটা ৰকম মাথোন।"

**ৰত্নেশ্বৰ মহন্ত—মোৱামৰীয়া বিদ্ৰোহ (আসাম বন্ধু, ১৮৮৫)**

"বৰ ধুমুহা বতাহ-বৰষুণ অনাৰ পূৰ্ব্বেই প্ৰকৃতিৰ মূৰ্ত্তি স্বভাৱতঃ শান্তিময়ী; গছবিলাক জঠৰ, "নিবাত নিষ্কম্পমিৱ প্ৰদীপাং" হৈ যেন সাৱহিত সম্ভাৱিত ঘটনা ঘটাবৰ নিমিত্তে প্ৰকৃতিৰ সঙ্কেত অপেক্ষা কৰি ৰৈ থাকে। আহোম ৰাজ্যত মোৱামৰীয়াবিলাকে যি ধুমুহা তুলিলে, স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজত্বই সেই ধুমুহাৰ প্ৰাক্‌কালৰ প্ৰকৃতিৰ এই শান্তিময়ী মূৰ্ত্তি। ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনতে আহোম ৰাজ্যৰ ৰাজলক্ষ্মীৰ পূৰ্ণভোগ; ৰুদ্ৰসিংহ স্বৰ্গদেৱেই আহোম ৰাজ্য গগনৰ মধ্যাহ্ণ মাৰ্ত্তণ্ড।"

## [ঘ] "জোনাকী" কাল [১৮৮৯-১৯০৯]

**চন্দ্ৰকুমাৰ আগৰৱালা—"আত্মকথা" ১ম ভাগ, ১ম সংখ্যা**

"নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ "জোনাক" সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ, তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা ও পৰাধীন। কিন্তু আমি নিজ শক্তি অনুযায়ী হই হে কামত হাত দিব পাৰো। আমি যুজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি, "জোনাক"। কিমানলৈ আগ বাঢ়িব পাৰিমহঁক, সেইটো নিজৰ শক্তি-চালনা ও সুযোগৰ ওপৰ তহে ৰই আছে। আটাইয়ে উঠি পৰি লাগোহঁক, সুযোগও আপুনি ওলাবহি; পাটিত পৰি দিন গণিবৰ সময় নাই। চাৰিও ফালে হুৰহুৰাই "কাম" চলিছে—অসমীয়া বহি থাকিবনে?...আমি নিজকে নিজে যোগ্য নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হইছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপাতলৈ যাব। ...তুঁহৰ জুইৰ দৰে অসমীয়াৰ "তেজ" আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে—এবাৰ ভমকাই জলি উঠিবই উঠিব।" (১৮১০শক)



**লক্ষ্মীনাথ বেজবৰুৱা—লিতিকাই (জোনাকী, ১ম বছৰ ১৮৮৯)**

(দ্বিতীয় অঙ্ক। প্ৰথম দৰ্শন। জোনাক ৰাতি। কুৰি থোৱা পকা চপৰানি।)

নিতাই—এইখন কিন্তু কি? দেখোন আঠাই সাগৰ আগত। এতিয়াহে কিন্তু বিপাঙে মৰিলোহঁক। এই ডৰা পানী কেনেকৈ কিন্তু পাৰ হওঁহঁক। বুধি হেৰাল দেখোন!" পুহাই—"ককাই, নকৰি আৰু। আমি জীৱন্ততে মৰিলোহক। এই বিপদৰ পৰা তৰিব পাৰিলেহে তৰা। (ওথ ওথ পকা চপৰাবোৰলৈ আঙুলিয়াই) সৌৱা চাচোন ঢৌৰে আফালিব লাগিছে। ফেনে-ফোটোকাৰে উপচি আহিছে। ভোলাই—(কাটি থোৱা কাঠ এডোখৰলৈ দেখুৱাই)—সেইবোৰ যেই সেইবোৰেই, সৌফালে মন কৰহঁকচোন, যিডাল হে জয়ধন ঘৰিয়াল পানীৰ জুৱলিত পৰি আছে। পানীত আঙুলি তিয়ালেই আমাৰ শৰাধ কৰিব।" সতাই (পৰি থকা তৰা গছ এজোপালৈ টোৱাই)—অকল ঘৰিয়ালটোলৈ যে চকু গৈছে, সেই পানী-মৰলী সাপটোলৈ চকু নেযায় হবলা? দেখা নাইনে কালোপ-কালোপ কৰে মাছ ধৰিব লাগিছে?" নিতাই—"ইস্! কিন্তু মনে মনে থাক, নেপায়। আস্তিৎ মৌনিবৰ গৌৰুন্ গৌৰুন্!"

**য়ুৰোপীয় কাব্য-প্ৰতিভা—সভাপতি অভিভাষণ (১৯২৪)।**

"য়ুৰোপৰ কাব্য-প্ৰতিভাৰ প্ৰথম সোঁতা আহিছে গ্ৰীচৰ পৰা, দ্বিতীয় সোঁতা ৰোমৰ পৰা, তৃতীয় সোঁতা কেল্টিক। ভাবৰ নিপুণতা, ধীৰ, স্থিৰ, শান্ত, বিচাৰ-বিবেকতা গ্ৰীচৰ দান। শক্তি, সংযম, মনুষ্যত্ব আৰু মহত্ব ৰোমৰ দান। কেল্টিক দান হৈছে মানুহৰ বিচাৰ বিবেকতাই যিটো ধৰিব নোৱাৰে এনে এটা ইন্দ্ৰিয়াতীত মুক্ত, অসীম, শান্তম্-শিৱম্ ৰহস্যময় প্ৰহেলিকাময় বস্তু। এই কেল্টিক্ প্ৰতিভাৰে সৈতে ভাৰতীয় প্ৰতিভাৰ সাদৃশ্য আছে। এই দানে ভাৰতৰ বস্তুটিকো য়ুৰোপীয় সাহিত্যৰ কাষ চপাই দিছে। গ্ৰীক প্ৰেৰণাই বস্তুক সুন্দৰ সুঠাম ভঙ্গিমা দি নয়নৰঞ্জন কৰি পূৰ্ণৰূপে প্ৰকাশ কৰে; প্ৰকৃতিৰ প্ৰতিকৃতি চকুৰ আগত দাঙি ধৰে। ৰোমৰ ভঙ্গিমাই বস্তুক গধুৰ, গম্ভীৰ, চমু, দৃঢ় আৰু শান্তিপূৰ্ণ কৰি দেখুৱায়। "ৰূপ"ৰ সহায়েৰে "অৰূপ"ৰ আভাস দিয়া, "ৰূপ-সাগৰ"ত

বুৰমাৰি "অৰূপ-ৰতন"ক তুলি চকামকাকৈ চকুৰ আগত দাঙি ধৰা, বাক্য-মনৰ অগোচৰ এটা অসীম অনিৰ্দ্দিষ্ট বস্তুৰ ঐন্দ্ৰজালিক ভাব প্ৰকট কৰিবৰ প্ৰয়াস, যিটোক মানুহে অন্তৰাত্মাৰেহে ধৰিব-চুব পাৰে, বুদ্ধিৰে নোৱাৰে, অৰ্থাৎ "প্ৰখৰ বুদ্ধি নাপাই আসে ফিৰে," বস্তুটো কেল্‌টিক্। প্ৰাচীন ভাৰতীয় কাব্যত এই ভাবটো সম্যকৰূপে পৰিস্ফুট। অৰ্থ-গৌৰৱত বাক্য ভৰপূৰ, কিন্তু অৰ্থৰ মাজতে কবিৰ বক্তব্যৰ অশৰীৰী বস্তুটোৰ ওৰ নপৰে; কাব্যক সম্পূৰ্ণ ভৰা-সোতা কৰিবৰ হলে, সত্য-শিৱ-সুন্দৰ আৰু ৰসময় কৰিবৰ হলে এই তিনিওটা সুতিৰ সঙ্গমৰ আৱশ্যক। যুৰোপীয়সকলৰ ভিতৰত ফ্ৰেন্স সাহিত্যত গ্ৰীক প্ৰতিভাৰ সম্যক পৰিস্ফুৰণ। ফ্ৰেন্স জাতিৰ স্বভাৱ লঘু আৰু ভাব প্ৰকাশ কৰিবৰ ক্ষমতা অতুলনীয়; সেইবাবে ফ্ৰেন্স ভাষা যুৰোপীয়সকলৰ ভিতৰত সন্ধিপত্ৰ আৰু দলিল-দস্তাবিদ্ লিখাত প্ৰায়ে ব্যৱহৃত হয়। তাত কেল্‌টিকসুলভ অতলস্পৰ্শিতা আৰু ঐন্দ্ৰজালিকতা নাই। অৱশ্যে ভিক্টৰ হুগো আৰু তেওঁৰ পশ্চাদনুবৰ্ত্তী ফ্ৰেন্স লেখকসকলে এই অভাৱবোৰৰ অনেক অংশ পূৰণ কৰিবলৈ চেষ্টা কৰিছে যদিও, তথাপি ইংৰাজীত শ্বেক্সপীয়েৰ, ৱৰ্ডছৱৰ্থ, শ্বেলী, কীট্‌ছৰ কৱিতাৰ ভিতৰত যেনেকৈ এটা স্বকীয়া বিশেষত্ব, প্ৰহেলিকাময় ভঙ্গিমা আৰু নিগূঢ় ৰসৰ অন্তৰ্প্ৰবাহ আছে, ফ্ৰেন্স কবিসকলৰ ভিতৰত তাৰ অনেকখিনি অভাৱ। ফ্ৰাঞ্চৰ সুব্যক্ত, সুস্পষ্ট, স্বচ্ছ আৰু প্ৰাঞ্জল ভাবেই ফ্ৰেন্স গদ্য সাহিত্যক জগতত অতুলনীয় কৰি তুলিছে।"

## হেমচন্দ্ৰ গোস্বামী—পাদ্ৰীসকলৰ অসমীয়া ভাষালৈ দান

"শিৱসাগৰৰ পাদ্ৰী চাহাবসকলে অসমীয়া ভাষাৰ শব্দাৱলীত বহুত পোহৰ দিলে। তেওঁবিলাকে ইংৰাজী শব্দৰ ভাব লৈ বহুত



অসমীয়া শব্দ গঢ়িলে আৰু তাতকৈয়ো অসমীয়া ভাষাৰ যিবোৰ মিঠা মিঠা সুৰলা শব্দত ব্যৱহাৰ নকৰাত মামৰ বন্ধ গৈছিল, সেই শব্দবোৰ ঘঁহি-মাজি পাদ্ৰী চাহাবসকলে আকৌ ব্যৱহাৰৰ উপযুক্ত কৰিলে।...তেওঁবিলাকে আমাৰ ভাষাক এটা সুৰ শিকাই গল। এই সুৰটি আগেয়ে অসমীয়া ভাষাই নেজানিছিল। সি ইংৰাজী সাহিত্যৰ নিজা সম্পত্তি। তাক পাদ্ৰী চাহাবসকলে সাত সাগৰ তেৰ নদী পাৰকৈ আনি ভাৰতবৰ্ষৰ ভাষাবিলাকক শিকাই দিলেহি। এই সুৰৰ তাঁৰডালিয়ে ভাৰতবৰ্ষীয় সভ্যতা আৰু পাশ্চাত্য সভ্যতা দুইবো মাজত লগুণগাঁথিৰ নিচিনা হৈছে। বৰ্ত্তমান যুগৰ ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰ যতে টোকৰ মাৰা এই বিলাতী সুৰটিৰ গুণগুণনি শুনিবলৈ পাবা।"

## ৰজনীকান্ত বৰদলৈ—ডালিমী, 'মিৰিজীয়ৰী", ১৮৯০

"অষ্টম অধ্যায়॥ এন্ধাৰ নিশা॥ জঙ্কিয়ে সেই কথা কবৰ দিনৰে পৰা ডালিমীৰ হৃদয়ত এডাল শেল বাজিছে। তাই কেতিয়াও নাজানিছিল যে জঙ্কিয়ে তাইক এনেকুৱা মৰ্ম্মভেদী কথা কব। আৰু তেতিয়াই তাই জানিব পাৰিলে যে জঙ্কিৰ চিত্তক আন এজনে অধিকাৰ কৰিলে, সেই ঠাই তাই দখল কৰিবৰ অধিকাৰ নাই, তেতিয়াই তাই নিজৰ সকলো আশা ভৰষা এৰিলে......তাই এইদৰে এদিন মনতে চিন্তা কৰি বহি আছে। ইফালৰ পৰা জঙ্কি সিইঁতৰ ঘৰলৈকে গল ... "ডালিমি, বাপেৰ কলৈ গল?" ডালিমীয়ে উত্তৰ দিলে, "জঙ্কি, সিইঁত আজি ঘৰত নাই" ... জঙ্কি—"ডালিমী, তোক মই এনেকৈ মোৰ সকলো কথা কলো। তই মোক এফেৰা উপকাৰ কৰিবিনে?" ডালিমী—"কি

উপকাৰ জস্কি ?" জস্কি—"তোৰ বাপেৰৰ তিনি চাৰিখনমান নাও আছে কাইলৈ মই সোৱণশিৰীলৈ যাওঁ বুলিছিলো, এখন নাও লাগিছিল।" ডালিমী—"মোক কচোন, নাওনো কেলেই ?"…জস্কি—"পানেইক মাক-বাপেকে বল কৰি কমুদলৈ দিব খুজিছে। তাই মোলৈ বাতৰি দিছে বোলে মই হেনো তাইক পলুৱাই আনিব লাগে। ডালিমী, মোৰ যদি জীৱটোও যায়, তথাপি তাইক নেৰো। বাপেৰকো আহি মই কম, তয়ো দিবলৈ কবিনে ?" ডালিমী (মুখ ফিৰাই)—"বাৰু কম দে।" জস্কি (ডালিমীৰ হাতত ধৰি)— "ডালিমী, তই প্ৰকৃততে মোক ভনীৰ দৰে চেনেহ কৰ। ডালিমী, যাওঁ দেই।" ডালিমী (মুখ ফিৰাই)—"যাগৈ না জস্কি! জস্কি—"ডালিমী, তই দেখোন কান্দিছ ! কিয় কান্দিছ, ডালিমি ?" ডালিমী—"পানেইৰ দুখৰ কথা শুনি।" —এই কথা কোৱাৰ পিছতে জস্কি উঠি গল। কিন্তু তাৰ হৃদয়ত আজি ডালিমীৰ চকুৰ লো দেখি অলপ সন্দেহৰ ভাবে খেলিবলৈ ধৰিলে।"

## আনন্দচন্দ্ৰ আগৰৱালা (১৮৭২—১৯৩৯)—ক্ষমা

ক্ষমা স্বৰ্গীয় বস্তু। ক্ষমা মানুহৰ সুখ, জগতৰ শান্তি; ক্ষমা তেজস্বীসকলৰ তেজ, তাপসসকলৰ বেদ, সত্যপৰায়ণৰ সত্য; ক্ষমা দয়াময় পিতাৰ কণ্ঠমালা। সকলো মানুহ প্ৰকৃত ক্ষমাশীল হোৱা হলে এই সংসাৰ সোণৰ হলহেতেন; দুখ-কুঁৱলীয়ে আৱৰি থকা এই পৃথিৱীত স্বৰ্গৰ জেউতি পৰিলহেঁতেন।

## পদ্মনাথ গোহাঞিঞ বৰুৱা—ভানুমতী উপন্যাস

"মোৰ নাম ভানুমতী। মই দেউতাৰ বহু সাধনাৰ ফল একেটি ৰত্ন। মোৰ জীৱনৰ আদি ছোৱাৰ কথা একোকে মনত নপৰে



যি অলপ-অচৰপ কব পাৰো, সি কেৱল এনাইদেউতাৰ মুখৰ পৰা শুনা কথাহে। মোৰ দেউতাৰ চাৰি ভাই-ককাই। দেউতাই সৰাতকৈ সৰু। পঠাওদেউতা ঢুকুৱাৰ পাচৰ পৰা তেওঁ ককাই-দেউসকলৰ আদৰত উলাহৰ মাদলী আছিল। পিছে যেতিয়া তিনিওটিয়ে এজন এজনকৈ বিয়া কৰাই উঠি আপদেউসকলৰ হাতত উঘাৰ নিচিনা হল, তেতিয়াৰ পৰা সেই উলাহৰ মাদলী লাহে লাহে বেজাৰৰ কেৰোণ যেন হবলৈ ধৰিলে। তাৰ পিছত আকৌ আপদেউসকলৰ লেথ লাহেকৈ তিনি গৰাকীৰ পৰা ছগৰাকীলৈ উঠিল আৰু তেতিয়াৰ পৰাহে ঘৰত দিনে-ৰাতিয়ে কছাৰী ৰণ লাগিবলৈ ধৰিলে। ঘৰত কাৰো সুখ-শান্তি নোহোৱাত পৰিল। দেউতাৰ দুৰ্গতিৰ সীমা নাথাকিল, আৰু লাহে লাহে এইবোৰ কথা ৰজাৰ কাণত পৰিলগৈ। স্বৰ্গদেৱে মন্ত্ৰী আৰু বিষয়াসকলৰ সৈতে পৰামৰ্শ কৰি দেউতাক মতাই নিয়ালে আৰু চৰকাৰৰ বিচাৰ মতে নিচাওদেওক ভাঙি পুঠাওদেউতাৰ প্ৰতিপত্তি আৰু ক্ষমতা সোনকালে বাঢ়িবলৈ ধৰিলে।

## মফিজুদ্দিন হাজৰিকা—চ'ত মাহ (পাতনি, জ্ঞানমালিনী)

চ'ত মাহ। প্ৰকৃতি ধায়ে ছমহীয়া টোপনিৰ পৰা থকমককৈ উঠি আলাসৰ লাৰু, কোলাৰ কেচুৱা, মৰমৰ সন্ততি পৃথিৱীক লাহৰি হাতেৰে আকোৱালি ধৰি পুতৌ কৰিছে। খৰকালিৰ খচকনিত ঠেটুৱাই লাগি থকা পৃথিৱীৰ গাৰ নোম গছ-গছনিবিলাকৰ আঁহ-পাহ মুকলি হৈ ঠন ধৰি ধৰি উলাহতে শিয়ৰি উঠিছে; আৰু সেইবাবেই সিহঁতে যেন নিফুট মাতেৰে গুণ গাই ধাই মাকৰ শলাগ লৈছে, লগে লগে প্ৰকৃতিৰ ধাই গিৰিহঁত বিশ্বখনিকৰক আঁজলিয়ে

আঁজলিয়ে ৰঙা-বগা, সেউজীয়া, হালধীয়া নানা তৰহৰ ফুল দি হিয়া-তলি উদিয়াই যেন ভকতি জনাইছে; আৰু বতাহৰ হেন্দোলনিত নিমিষে নিমিষে যেন মূৰ দোৱাই তেওঁক সেৱা কৰিছে। ফুলবিলাকেও যেন এনে মৰমিয়াল ঘাই গিৰিহঁতৰ উছৰ্গাত নেওচা যাবলৈ পাই ইপাহে সিপাহৰ গাত ঢলি পৰি আনন্দ জনাইছে। মলয়াৰ বোকোচাত এবাৰ ওপৰলৈ উঠি এবাৰ তললৈ নামি ধেমালিতে উত্ৰাৱল হৈছে আৰু সেই উলহ-মালহতে যেন তেওঁবিলাকৰ জগত-মোহিনী হাঁহিৰ পোহৰে প্ৰকৃতি ৰাণীৰ গাতো জেউতি চৰাইছে।

## বেণুধৰ ৰাজখোৱা—লখিমী তিৰোতা ( ১৮২২ শক )

মুৰলী—"তুমি কালি ভালকৈ বুজিব পাৰিলা যে তিৰোতাৰ গাত গুণ নাথাকিলে তেওঁক ৰূপৱতী বুলিব নোৱাৰি। গুণৱতী হলেহে ৰূপৱতী বুলিব পাৰি।"…পখিলা—'সাধাৰণতঃ মানুহে জানে যে ৰূপৰ সাৰ হৈছে বৰণ আৰু ঠগ; গুণটো কেৱল ভিতৰুৱা অলঙ্কাৰহে। কিন্তু আপুনি কোৱা মতে গুণটোহে সাৰ যেন বুজা গৈছে।' মুৰলী—"সচা, গুণেইহে সাৰ। তাৰ লগত বৰণ আৰু ঠগ থাকিলে ভাল; নেথাকিলেও একো হানি নাই। গুণ নেথাকিলে মানুহৰ জনমেই মিছা।"

## "বাঁহী" কাল ( ১৯০৯-২৯ )

### শৰৎচন্দ্ৰ গোস্বামী—অদৃষ্ট, গল্পাঞ্জলি

"ঘৰ! দুখীয়াৰো আকৌ ঘৰ! দুখীয়াৰো আকৌ লৰা-তিৰোতাৰ প্ৰতি মৰম-দয়া…ধনীৰামে গামোছাৰ লোছত মনে মনে—বামুণনীয়ে দেখিলে



সৰ্ব্বনাশ—নিজৰ ভাগৰ ভাতকেইটা বান্ধি আনিছিল। সি ভাবি-চিন্তি ইয়াকে মূঠে বুদ্ধি পাইছিল, যি উপায়ে ঘৈণীয়েকক খাব নোপোৱাকৈ মৰাৰ পৰা সকৱাব পাৰে। অতি সন্তৰ্পণে আহি বেজাৰৰ বোজা থোৱাদি ধনীৰামে সেই থেৰৰ শেতেলীৰ এমূৰে বহিল। লাহেকৈ নিজৰ কঠুৱা হাতখন ঘৈণীয়েকৰ হাতত থলে। সেই স্পৰ্শতো যেন কি সুখ! ঘৈণীয়েকে চকু মেলি চালে—সেই চোৱাতেই যেন কিমান প্ৰাণৰ আবেগ! মাতিব নোৱাৰিলে; বৰ জৰ, গাত হাত দিব নোৱাৰা তপত। ধনীৰামে মাতিলে, "মালতী, কেনে পাইছ?" মালতীয়ে চকু দুটি মেলি গিৰিয়েকৰ মুখৰ ফালে চালে মাত্ৰ—কি কাতৰতা, কি নিৰ্ভৰতা, কি প্ৰেম, কি শোক আৰু দুখৰ আকুলতা সেই দৃষ্টিত! ধনীৰামে নিজৰ গামোছাৰ লোছৰ পৰা ভাত কেইটা সোলোকাই ঘৈণীয়েকৰ ওচৰত থৈ কলে, "উঠি এগৰাহ খা!" দুইৰো চকুৰ পৰা গিৰগিৰকৈ হিমালয়ৰ পৰা গঙ্গা-যমুনাৰ পবিত্ৰ ধাৰাৰ নিচিনা পবিত্ৰ দুধাৰি চকুলো পৰি দুখৰ দুখন হৃদয়ক কি এক শোক আবেগত মিলাই দিলে! কিন্তু কি দুৰ্ব্বপাল! মালতীয়ে নম্ৰতাকৈয়ে গিৰিয়েকৰ মুখৰ ফালে চাই এবাৰ হঠাৎ চকু পিৰিকালে—তাৰ পাছে সকলো শেষ! ৰাৰিষাৰ গম্ভীৰ ৰজনীৰ আকাশ ভেদি এটা হাহাকাৰ শব্দ ওপৰলৈ উঠিল—হায় বিধাতা, কাৰ উদ্দেশ্যে!!

### যতীন্দ্ৰনাথদুৱৰা—পখিলা ( কথা-কবিতা )

পখিলাটোৱে শুনিলে, বুজিলে আঁতৰি আহিল। বেজাৰত পাখি মেলি ওপৰলৈ উঠিল—দূৰলৈ, বহুত দূৰলৈ উৰি গল। তেতিয়া তাৰ আন লগৰীয়াবোৰে কলে, চোৱাচোন, সৌ পখিলাটো কেনে ধুনীয়া! কেনে ৰং মনেৰে ফুলৰ মাজে মাজে নাচি উৰি ফুৰিছে! সি

কেনে সুখী! পাখি ঢুখন লৈ গপতেই সি আঁতৰি আঁতৰি ফুৰিছে! উৰি উৰি ভাগৰ লাগি পখিলাটোৱে এদিনাখন এপাহি গোলাপ ফুলৰ বুকুতেই জিৰণি লৈ চিৰকাললৈ চকু মুদিলে। আনবোৰে ভাবিলে, বৰ বেছিকৈ মৌ খোৱাৰ কাৰণেই বোধ হয় তাৰ মৰণ আহিল। কিন্তু কেইজনে বুজিলে যে কি অন্তৰ জলোৱা জুইৰ বুকুত সি জাহ গল। তাৰ হিয়া ভগা বেথাৰ করুণ কান্দোন জগতত কেইজনেই বা শুনিলে!

### ডিম্বেশ্বৰ নেওগ—মোৰ লিখা (মিলন, ১৮৪৬)

"মনৰ প্ৰেৰণাত লিখিম বুলি হাতত লিখনি ধৰিলো, কিন্তু জানো সচাকৈয়ে মোৰ লিখা হব? এই লিখনিয়েদি জানো ভাষাৰ মুকলি পথাৰত ভাৱ-ৰাজ্যৰ কুঁৱৰীসকল উমলিবলৈ আহিব?···কতদিন ভাবিছিলো ৰোলো মোৰ লিখা হৈছে; কিন্তু পাছত চাওঁ, মোৰ লিখা আৰু লিখিবৰ কথা ঢুইটা, পানীত তেলৰ দৰে আঁতৰি আছে; মোৰ লিখা নহল।···কত শুভ্ৰ শাৰদ পূৰ্ণিমাৰ ফৰিংফুটা জোনাকত, কত যৌৱনৰ বিশ্ব-পুলকত, কত বসন্তৰ সৌন্দৰ্য্য-নিশ্বাসত, কত শীতৰ উমলগা ৰদকাঁচলিত, কত বাৰিষাৰ স্নুগহীন ৰজনীত, কত তটিনীৰ কুলকুল্ গীত শুনি লিখিবলৈ বহিছিলো, তাতো যে মোৰ লিখা নহল!···এতিয়া মই লাহে লাহে বুজিবলৈ ধৰিছো যে এদিন মোৰ লিখা হৰও পাৰে।···মোৰ লিখিবৰ কথা সময়ৰ লগে লগে টুটি আহিছে; এদিন অৱশ্যে তাৰ ওৰ পৰিব। আৰু যেতিয়াই, মোৰ লিখিবৰ কথা ওৰ পৰিব, তেতিয়াই মোৰ লিখা হব। সেয়ে মোৰ লিখাৰ আদি আৰু অন্ত।



### ফিৰদোছ আলি—প্ৰকৃতি পাঠ ("ভুমুকি")

"যদি আমাৰ জীৱনত হেঙুলি বেলিয়ে পুৱাতে হিৰণ কিৰণ এবাৰহে ঢালিলেহেঁতেন, মধুৰ মাধৱী মাহ বসন্ত কালে জগতত যদি এবাৰহে ভুমুকি মাৰিলেহেতেন, আকাশে যদি পূৰ্ণিমাৰ জোনক বুকত লৈ তৰা-বছা পাখিৰে জগতক এবাৰহে আবৰি ধৰিলেহেতেন, এযুগ বা ঢুযুগ পাৰ হৈ নাযায় মানে ডাৱৰৰ ডিঙিত ওলমি থকা ৰামধনু সাতসৰী ধাৰ যদি জগতে এবাৰো দেখিবলৈ নেপালেহেতেন; তেতিয়ানো জগতে কেনেকুৱা সুখ পালেহেতেন, তেতিয়ানো কেনেকৈ সেই ৰূপ মাধুৰী বখানিলেহেতেন, তাক মুঠে কল্পনাৰেহে আঁকিব পাৰি।"

### সুৰেন্দ্ৰমোহন দাস—ছন্দ (বাঁহী, ১৮৫১ শক)

মানুহৰ মনটো ভগৱানে যেনেকৈ ভাবেৰে ভৰপূৰ কৰি দিছে, সেইবোৰ প্ৰকাশ কৰিবৰ কাৰণে ঠিক তেনেকুৱ উপায় তেওঁ দিছে। সুখ-ঢুখৰ সুৰে যেতিয়া আমাৰ জীৱন-বীণৰ তাঁক হাত বুলাই দিয়ে, তেতিয়াই আমাৰ মনৰ অন্তৰালৰ পৰা সেই হৰ্ষ-বিষাদ ওলাই আহে ছন্দ সুৰ আৰু গানেৰে।···অকল যে ৰস মাধুৰ্য্যাই কাব্যক সম্পদশালী কৰে এনে নহয়, ছন্দপ্ৰাচুৰ্য্যয়ো তাক বৈচিত্ৰ্য আৰু শ্ৰী দান কৰে। কাব্যোদ্যানত ছন্দবোৰ নানা তৰহৰ ফুল। ছন্দৰ নৃত্য-লীলা আৰু সুৰ-বৈচিত্ৰ্যই কাব্যৰ ৰূপক আৰু ভাবৰ অনিৰ্ব্বচনীয়তাক ৰসজ্ঞৰ অন্তৰত সুপ্ৰকাশিত কৰে।"

### আজলীতৰা নেওগ—নাৰীজাগৰণ আৰু সমাজসংস্কাৰ

"বৰ্ত্তমান সমাজত আমাৰ তিকতাৰ আসন নিচেই তলত। পুত্ৰ জন্মিলে "ধান" আৰু কন্যা জন্মিলে "পতান" বুলি লোকে কয়; কিয়নো কন্যা বেৰৰ মাটি, গোৰ মাৰিলেই এৰাই যায়। পুত্ৰই

পিতৃ-মাতৃক জীৱন কালত পোহপাল আৰু মৰণত তেওঁলোকৰ মুখৰ ছাই-মাটি গুচাই জলপিণ্ড দিব, এইদেখিয়েই আদৰ। কন্যা সন্তানে পৈতৃক সম্পত্তিৰ যে ভাগ নাপায়েই, পুত্ৰ বা স্বামীৰ পৰিয়ালৰ কোনো পুৰুষ জীৱিত থাকিলে তেওঁ নিজ পতিৰ সম্পত্তিৰে অধিকাৰিনী হব নোৱাৰে। গতিকে তিকতাই নিজৰ জীৱনটো পৰৰ হাতলৈ-মুখলৈ চাবলৈ ঈশ্বৰে সৃজিলে আৰু ই পূৰ্ব্বজন্মৰ অনেক পাপৰ ফল বুলি তেওঁলোকে ভাবিবলৈ বাধ্য হয়। এইবোৰ কাৰণেই তিকতাৰ ভাগেখিনি মানসিক অৱনতিৰ বাবে দায়ী বুলি আমাৰ বিশ্বাস। পিতৃ-মাতৃক জল-পিণ্ড দিয়াত পুত্ৰৰ অধিকাৰ থাওক, তাত কন্যাৰ বেজাৰ নাই; কিন্তু কন্যা চিৰকাল লোকৰ কৃপাপাত্ৰ হৈ পৃথিৱীত জন্ম নলওক. এয়ে আমাৰ ভাবনা।” বাঁহী’, ফাগুন, ১৮৫৩ শক।

## কমলেশ্বৰ চলিহা—বিশ্বৰসিক বেজবৰুৱা

"বতাহ লাগি গোলাপ ফুলৰ পাহিবোৰ কেনেকৈ কঁপে! সাগৰৰ বা লাগি বৰনৈৰ পানীবোৰ কেনেকৈ লৰে! ঈশ্বৰৰে যেন সেইবোৰ মিচিকিয়া হাঁহি! এই হাঁহিৰ সুৰত বিশ্বচৰাচৰ জুৰি বাঁহী বাজিছে! যদি হাঁহি নাই, বাঁহী নাবাজে; যদি বাঁহী নাবাজে, হাঁহি নাই। বেজবৰুৱাৰ ঈশ্বৰ-বোধত আমি এই হাঁহি এই ৰসৰ পৰিচয় পাওঁ। এয়ে বিশ্ব-ৰস। তেওঁৰ এই হাঁহি, এই ৰস থলথলাই ছলছলাই বৈ আহিছে নানা ৰূপেৰে, নানা ভঙ্গিমাৰে। পিছত গোটেই অসম প্লাবিত কৰি নিলে তাৰ সোতে, শিৱৰ জটাৰ পৰা নমা জাহ্নবীৰ দৰে, নায়েগ্ৰাৰ জলপ্ৰপাতৰ দৰে তাৰ ফেনিল উচ্ছল শুভ্ৰ জলধাৰে সকলো অসমীয়াৰ মন সিক্ত আৰু শীতল কৰি দিলে।”

<u>সমাপ্ত</u>।